

"Sweet she is in words and deeds,
Fair and white as the white rose."

একে লেখকৰ :

শিৱাজী

আশোক

কামালপাছা

ইছপৰ সাধু

সত্যসন্ধৰ প্ৰথম খোজ

চাণক্য নীতি

অসমীয়া বচনভঙ্গী

Eng. Phrases and Idioms

বাগ্মী প্ৰকাশিকা

# নিবেদন

আজি ৬ জানুৱাৰী,—বীৰাঙ্গনা জোৱানৰ জন্মদিন। পাঁচ শ বছৰৰ ওপৰ হ'ল, আজিৰ দিনতে ফৰাছী দেশৰ আওচৰীয়া গাঁও এখনিত জন্ম লৈ জোৱানে নিজৰ দেৱোপম চৰিত্ৰ, হৃদয়ৰ মহতী ভগৱদ্ভক্তি আৰু স্বদেশহিতৈষণাৰ বলত দাসত্বশৃঙ্খলিত স্বদেশক বিদেশী শত্ৰুৰ শাসন শোষণৰপৰা মুক্ত কৰি, জগৎবাসীৰ আগত সুকোমল নাৰীহৃদয়ৰ মহৎ দৃষ্টান্ত এটি দাঙি ধৰিলে, জোৱানৰ পবিত্ৰ জীৱনৰ গভীৰ অনুপ্ৰেৰণা পাই, তেওঁৰ অপাৰ্থিৱ মনৰ উদ্দাম উদ্দীপনা লাভ কৰি, জগতৰ নৰ-নাৰীৰ হৃদয় এটি অভূতপূৰ্ব আনন্দহিল্লোলত উল্লসিত হ'ল—সেই হিল্লোলত কেৱল মানৱহৃদয় নহয়, পৰ্বত পাহাৰ, মৰু-প্ৰান্তৰ, তৰু-তৃণ-সমীৰণ সকলো তালে তালে নাচি উঠিল। জোৱানৰ পবিত্ৰ নাম দশোদিশে প্ৰতিধ্বনিত হবলৈ ধৰিলে।

ময়ো মানৱ,—সেই বিশ্বব্যাপী আবেগ প্ৰবাহৰ, ক্ষুদ্ৰতম হলেও তৰঙ্গ-চুম্বনৰ বহিৰ্ভূত ময়ো নহওঁ। 'জোৱান ডা'ৰ্ক' মোৰ এই ভাৱাবেগৰ মূৰ্ত বিকাশমাত্ৰ। জোৱানৰ জন্মতিথিত আজি তাৰ জন্ম।

মহৎ লোকসকল অকল এখন নিৰ্দিষ্ট দেশৰ বা জাতিৰেই স্বকীয়া সম্পদ্ নহয়, তেওঁলোক সমগ্ৰ জগতৰ পূজ্য। সাত সাগৰ তেৰ নদীৰ সিপাৰে জন্ম ললেও, জোৱান ডা'ৰ্ক অসম-সতী জয়মতীৰ লগত একে শাৰীৰে, আৰু অসমবাসীৰ মনত দুয়ো সমান পূজাৰ যোগ্যা। অসমীয়াই তেওঁৰ মহৎ জীৱনীৰপৰা অনুপ্ৰেৰণা লাভ কৰিবলৈ বিচৰা উচিত।

'জোৱান ডা'ৰ্ক' লিখি প্ৰসিদ্ধি লাভ কৰা মোৰ উদ্দেশ্য নহয়। লোকৰ জীৱনকাহিনী আলোচনা কৰিলে দুৰ্বল মানৱহৃদয় মুহূৰ্তৰ বাবেও অন্ততঃ উদ্দীপ্ত হৈ উঠে সেয়েহে ইয়াৰ অৱতাৰণা। মনৰ সংকল্প কিমান দূৰ

সিদ্ধ হৈছে, তাৰ বিচাৰৰ ভাৰ সুধীবৃন্দৰ ওপৰত। মাত্ৰ আশা জ্ঞানী-সকলৰ সদুপদেশ, বন্ধুবান্ধৱৰ সহানুভূতি আৰু সকলোৰে উৎসাহ।

পৰিশেষত বৰ আনন্দেৰে জনাওঁ যে মোৰ অগ্ৰজপ্ৰতিম শ্ৰীযুত হলীৰাম ডেকা, এম, এ, বি-এল দেৱে কিতাপখনি হাতে-লিখা অৱস্থাতে সংশোধন কৰি দিয়াৰ উপৰিও এটি সুচিন্তিত ভূমিকা লিখি দি মোক কৃতজ্ঞতাসূত্ৰে আবদ্ধ কৰিছে। শ্ৰদ্ধেয় বন্ধু শ্ৰীযুত দীননাথ শৰ্মা, শ্ৰীযুত লক্ষেশ্বৰ শৰ্মা, শ্ৰীযুত বংশীধৰ চৌধুৰী, শ্ৰীযুত গদাধৰ চৌধুৰী শ্ৰীযুত হৃদয়ানন্দ দাস, শ্ৰীযুত মধুসূদন দাস, শ্ৰীযুত চক্ৰপাণি দাস, শ্ৰীযুত মথুৰানাথ দাস প্ৰভৃতিয়ে নানান প্ৰকাৰে উৎসাহ দিয়াৰ উপৰিও, কিতাপখনি প্ৰকাশ কৰাৰ বাবে অৰ্থসাহায্য দি মোক উপকৃত কৰিছে। সমনীয়া বন্ধু শ্ৰীযুত জীৱেশ্বৰ শৰ্মা (ওৰফে কবিৰাজ) আৰু শ্ৰীমান হৰেশ্বৰ শৰ্মাৰ যথেষ্ট সহায় পাইছোঁ। এখেতসকলৰ ওচৰত মই বিশেষ ঋণী।

অনুসন্ধিৎসুসকলৰ সুবিধাৰ্থে কিতাপৰ শেষত এটা এই সম্পৰ্কীয় গ্ৰন্থতালিকা দিয়া হ'ল। এই পুথি যুগুত কৰোঁতে সেইবোৰ গ্ৰন্থৰপৰা যথেষ্ট সহায় পোৱা হৈছে।

বিনীত

৬।১।২৮ ইং শ্ৰীহৰেন্দ্ৰনাথ শৰ্মা

## প্ৰকাশকৰ এষাৰ

এই পুথিৰ প্ৰথম পাতনি হয় খৃষ্টীয় ১৯২৭ চনৰ ডিচেম্বৰ মাহত। লিখক তেতিয়া কটন কলেজৰ দ্বিতীয় বাৰ্ষিক শ্ৰেণীৰ ছাত্ৰ। কলেজৰ আলোচনীত বঙালী ভাষাৰ স্থান দিয়াৰ অপচেষ্টাৰ বিৰুদ্ধে তিনমাহব্যাপী আন্দোলন কৃতকাৰ্যতাৰে শেষ কৰি টেষ্ট্ পৰীক্ষা হৈ যোৱাৰ পিছতে ডেকা-লিখকে এই পুথিখনি যুগুত কৰে। ইতিপূৰ্বে ২।৩ খনমান সৰু সৰু পুথি স্কুলীয়া অৱস্থাতে লিখি আৰ্থিক অনাটনৰ হাত সাৰিবলৈকে তেওঁ ২০৲।২৫৲ টাকাত কোনো কোনো প্ৰকাশকৰ ওচৰত বিক্ৰী কৰি দিছিল। 'জোৱান-ডা'ৰ্ক'ৰ কিন্তু স্বত্ত বিক্ৰী কৰা নহ'ল। লগৰীয়া ছাত্ৰসকলে আৰ্থিক সাহায্য দিয়াত লিখকে নিজেই আই-এ পৰীক্ষা শেষ কৰি ১৯২৮ চনৰ মাৰ্চ মাহত ইয়াৰ ছপা কাম কলিকতাত শেষ কৰে গৈ। ছপা হৈ ওলোৱাত নিজে অসমৰ বিভিন্ন ঠাইত ঘূৰি কিতাপখন বেচি ফুৰে—ৰাইজেও বৰ আদৰেৰে পুথিখন গ্ৰহণ কৰে। তেতিয়াৰ শিক্ষা বিভাগৰ শুৱিয়াল মিঃ স্মল চাহাবে একযোগে তিনিশ পুথি কিনি লিখকক যথেষ্ট উৎসাহ দিয়ে।

'জোৱান ডা'ৰ্ক'ৰ সেই প্ৰথম তাঙৰণ এবছৰ মানৰ ভিতৰতে শেষ হৈ যায়। তাৰ পিছত মধ্যৱৰ্তী ডেৰকুৰি বছৰৰ ভিতৰত পথিখন দুষ্প্ৰাপ্য হৈ গৈছিল। কালত জোৱান ডা'ৰ্ক এখন বাছক বনীয়া শ্ৰেষ্ঠ বুলি সমাদৃত হৈছিল—আজিও তাৰ মূল্য হ্ৰাস হোৱা নাই বুলিয়েই আমাৰ ধাৰণা। সেই দেখি এই নতুন তাঙৰণ প্ৰকাশ কৰা হ'ল।

ডেৰকুৰি বছৰৰ আগেয়ে ন-লিখকে লিখা ভাষাৰ যৎসামান্য সাল-সলনি লিখকেই নিজেই আৱশ্যক বোধে কৰি দিছে—মূল বিষয়-বস্তু কিন্তু একেই—তাৰ কোনো পৰিবৰ্ত্তন কৰা নাই।

আলোক চিত্ৰত দুটি শ্ৰীযুত নিৰ্মাল্যদেৱ বন্দোপাধ্যায়ে কাকতপত্ৰ নিজেই আনি দিয়াৰ কাৰণে তেওঁ ওচৰত আমি কৃতজ্ঞ।

শ্ৰীঅম্বিকাপদ চৌধুৰী

# ভূমিকা

স্বাৰ্থৰ অনুৰোধ একৰা টান, তাতোকৈ টান স্নেহৰ অনুৰোধ উপেক্ষা কৰা। এই কিতাপৰ আলোচ্য বিষয়ৰ লগত মোৰ পৰিচয় ইমান কম, সেই সময়ৰ ঐতিহাসিক অৱস্থা মোৰ মনত ইমান অস্পষ্ট যে শ্ৰীমান হৰেন্দ্ৰৰ স্নেহ আৰু বিশ্বাসত বাহিৰে আন একোৱে মোক এই দৰে প্ৰকাশ কৰিবলৈ বাধ্য কৰিব নোৱাৰিলেহেঁতেন। ইংৰাজ ফৰাচীৰ মাজত যুদ্ধবিগ্ৰহাদি ঘটনা পৰম্পৰাৰ সংযোগ, পঞ্চদশ শতাব্দীৰ য়ুৰোপৰ ৰাজনৈতিক অৱস্থান, ধৰ্মজগতত দুষ্টবুদ্ধি কচনৰ নিচিনা স্বাৰ্থান্বেষী জনদিয়েক ধৰ্মযাজকৰ প্ৰভাৱ আৰু শেষত জোৱানৰ সমাদৰত সত্যৰ সৰ্বজনপ্ৰিয়তা আৰু সৰ্বাঙ্গীন বিজয়গৌৰৱ কুমলীয়া লেখনীত তীব্ৰ অথচ প্ৰাঞ্জলভাৱে ব্যক্ত হৈছে। মোৰ অপৈণত বয়সত প্ৰবীণৰ দক্ষতা দেখুৱাবলৈ চেষ্টা কৰিলে আলোচনা বিত-চকু লোৱা বুলি সুধী পাঠকসকলৰ সন্দেহ হয়, সেয়ে ল'ৰা লিখকৰ কিতাপ আপুৰঠ হাতৰ চাপ লৈয়ে ল'ৰা পাঠকসকলৰ হাতত ওলাওক, এয়ে আমাৰ অভিলাষ।

জোৱানৰ সম্পূৰ্ণ ইতিবৃত্তৰ আমাৰ ইয়াত আদৰ হব নে নাই, কব নোৱাৰোঁ; কিন্তু তেওঁৰ যি দীপ্তিমুখৰ কান্তিয়ে মৰণোন্মুখ সৈন্যৰ হতাশ প্ৰাণত জীৱনৰ আশা সঞ্চাৰ কৰিছিল, চকিতা হৰিণীৰ দৰে তেওঁ যি ক্ষিপ্ৰ গতি লৈ শত্ৰু-শিবিৰত আতঙ্কৰ সৃষ্টি কৰিছিল, ধৰ্মৰ ধ্বজাশোভিত পবিত্ৰ প্ৰাণ লৈ জন্মভূমিৰ কল্যাণ সাধিছিল, আৰু শেষত ধৰ্মৰ নামত অধৰ্মৰ, নীতিৰ নামত অন্যায় অবিচাৰৰদ্বাৰা নিপীড়িত হৈ অকাতৰে পূতকীৰ্তি জনকদুহিতাৰ দৰে জগতৰপৰা অদৃশ্য হ'ল—এই সকলো কাহিনী মানৱ মনত চিৰদিন অনপনেয় হৈ থাকিব।

জোৱান মানৱী নহয়, দেৱী। দেৱ-চৰিত্ৰ অধ্যয়নত আদৰ্শ উন্নত হয়,

কিন্তু দুভৰ মানৱ-সমাজত অকল দেৱ-চৰিত্ৰৰে প্ৰভাৱ নহয়, অমানৱ বা অপমানৱৰ সংখ্যাও কম নহয়। সংসাৰত পানী বুজি খোজ দিবলৈ হলে এওঁলোককো সমীচীনৰূপে চিনিজানিহে আগ বাঢ়িব পাৰি। সেই কাৰণেই জোৱানৰ গভীৰ ঈশ্বৰপ্ৰেম আৰু অকপট নিঃস্বাৰ্থ স্বদেশানুৰাগ কচনৰ নিচিনা হীন পুৰুষৰ চকুত অকল্যাণকৰ ভোজবাজীমাত্ৰ হৈয়ে থাকিল, আৰু নিজৰ অন্ধবিশ্বাসৰ, দৃষ্টিহীনতাৰ পৰিচয় দিলে জোৱানক অগ্নি সমৰ্পণ কৰি।

ফৰাছী ৰজা দফিন উন্নতমনা সুপুৰুষ। কিন্তু অৰ্লিন্স্ বিজয়ৰ লগে লগে তেওঁ স্বাৰ্থসিদ্ধিৰ পূৰ্ণতাপ্ৰাপ্তিৰ লক্ষণ দেখি, যুদ্ধবিগ্ৰহলৈ পিঠি দি নিশ্চেষ্ট হৈ ৰহিল। তেওঁৰ জড়তা ইমান আগ বাঢ়িল যে ৰাজ্য উদ্ধাৰৰ প্ৰধান উদ্বোধয়িত্ৰী যেতিয়া শত্ৰুৰ ষড়যন্ত্ৰত বিপদাপন্ন হ'ল, তেতিয়াও সহায় নালাগে, তেওঁৰ মুখৰপৰা সহানুভূতিজ্ঞাপক শব্দ এটাও নোলাল। সত্যৰ জয় অৱশ্যম্ভাৱী। সীতাৰ পাতালপ্ৰবেশৰ লগে লগে ৰামৰ চৈতন্য উদ্বুদ্ধ হোৱাৰ দৰে, জোৱানৰ গভীৰ নিৰ্যাতনৰ পিছত, মহানিৰ্বাণৰ অন্তত তেওঁৰ মোহৰ জড়তা ভাঙিল, আৰু প্ৰকৃত সত্য অনুসন্ধান কৰি জগৎবাসীক জোৱানৰ জীৱনৰ মাহাত্ম্য অতি স্পষ্টৰূপে দেখুৱালে। তেওঁৰ সকলো আচৰণৰ মাজতে দোষগুণৰ সমীকৃত মানৱ-অন্তৰৰ প্ৰকৃষ্ট পৰিচয় পোৱা যায়। ইংৰাজ জাতিৰ দূৰদৃষ্টি আৰু ন্যায়ৰ বাহ্যিক আড়ম্বৰলৈ গভীৰ আসক্তি জোৱানৰ বিচাৰত সুন্দৰৰূপে প্ৰতিভাত হৈছে।

জোৱনৰ বাহিৰে আনবোৰ ব্যক্তি বা সমাজৰ বিচাৰ-ভাৰ যদিও আমাৰ গাত নাই, তেওঁক চিনি উলিয়াবলৈ, তেওঁৰ চৰিত্ৰৰ উজ্জল আভৰণবোৰ বাছি উলিয়াবলৈ তেওঁৰ লগত সংশ্লিষ্ট ব্যষ্টি-সমষ্টি সকলোৰে পৰিচয় আমাৰ মনত অপৰিহাৰ্য। ধন-জন বা বংশগৌৰৱ জোৱানৰ পক্ষে অপৰিচিত। তেওঁ এগৰাকী শান্তসুশীলা কৃষাণ-কন্যা। স্বদেশপ্ৰীতিয়ে তেওঁক কোমল বয়সতে মাক বাপেকৰ কোলাৰপৰা আঁতৰাই আনিলে। গভীৰ ভগবদ্-প্ৰেমত অনুপ্ৰাণিত হৈ বিপদ্-বিঘিনী হেলাৰঙে কাটি কৰি থৈ লঘনু-কোমল অবলাদেহত লোহাৰ অভেদ্য কবচ ধাৰণ কৰি তেওঁ যৌৱন-দীপ্ত বীৰসকলক চকুৰ পঁচাৰতে তড়িৎ-গ্ৰতিত সঞ্চালিত

কৰিলে, স্বদেশৰ সুযোগ্য বীৰসকলৰ কীর্তি ম্লান কৰি অৰিজনৰ যুদ্ধত দলিতা, পৰপদক্লিষ্টা জন্মভূমিৰ উদ্ধাৰ সাধন কৰি জীৱনৰ পুণ্যব্ৰত সমাধা কৰিলে ; মুষ্টিমেয় অজ্ঞ মানৱসমাজত তেওঁ জীৱন-কালত লাঞ্ছিতা হ'ল কিন্তু সেই সমাজৰ বংশধৰসকলে তেওঁক আজি আকৌ সতী-সাধ্বী দেৱ-দূতীস্বৰূপে পূজা কৰিছে।

জোৱানৰ পুণ্যাত্মা নিষ্কলঙ্কভাৱে ভৱধাম এৰিলে। তাৰ দিব্য জ্যোতিৰে স্বদেশ-স্বভূমি যুগ-যুগান্তৰলৈ পুণ্য আলোকত আলোকিত হ'ল। অন্তৰীক্ষৰ সেই দিব্য জ্যোতি আজিও স্বাধীনতা কামী মানৱসমাজৰ হ্লাদিনী শক্তি। ভাৰতত অতি অতীজুৰেপৰা সভ্যতাৰ অৰুণৰাগ শোভা পাইছিল। ইয়াতেই এদিন বীৰাঙ্গনাসকলে সমৰসজ্জা কৰি জীৱন গৌৰৱান্বিত বিবেচনা কৰিছিল ; এই দেশতেই নাৰীচৰিত্ৰত বীৰভাৱ সদায় সমাদৃত হৈ আহিছে। জোৱানৰ জীৱন-লিপি এনে দেশত কেতিয়াও "বিফল প্ৰয়াসমাত্ৰ" হৈ নাথাকে।

শ্ৰীহলীৰাম ডেকা

## পৰিচিতি

# চিত্র সূচী



দেৱদূতৰ লগত জোৱান—ভাস্ক



জোৱানৰ গাঁওৰ ঘৰ

## আৰম্ভণি




নুহ মৰণশীল। জাগতিক ঘটনা-বৈচিত্ৰ্যৰ লগত সংগ্ৰাম কৰি কালৰ উত্তাল তৰঙ্গময় সমুদ্ৰৰ মাজত তেওঁৰ চিনচাব নোহোৱা হয়। কালি যাৰ দুৰ্দান্ত প্ৰতাপত সসাগৰা পৃথিৱী দোলদোপ লগাইছিল, আজি তেওঁৰ অস্তিত্ব ক'ত? আজি যিজনা পৃথিৱীৰ মুকুটমণি, যাৰ পবিত্ৰ প্ৰভাৱৰ আগত আজি সমস্ত জগৎবাসী নতশিৰ, কালিলৈ তেওঁৰ নাম ক'লৈ যাব? কালৰ প্ৰভাৱ কাৰো এৰুবাৰৰ সাধ্য নাই। সকলোৰে এদিন নহয় এদিন বিনাশ আছে। কিন্তু মানুহৰ কীৰ্তি অবিনশ্বৰ। অবিনাশী কীৰ্তিয়ে মানুহক অমৰত্ব দিয়ে, আৰু ইয়াতেই মনুষ্যত্বৰ সাৰ্থকতা,—জীৱনৰ শেষ পৰিণতি এয়ে। সেয়েহে বীৰাঙ্গনা জোৱান ডা'ৰ্ক আজি কেৱল ফ্ৰান্সৰ নহয়, কেৱল য়ুৰোপৰ নহয়, সমস্ত জগতৰ পূজ্য। জোৱানৰ ক্ষুদ্ৰ জীৱনৰ মহৎ কাৰ্যাৱলীয়ে তেওঁক অমৰ কৰি ৰাখিছে।

ইংৰাজী পোন্ধৰ শতিকাৰ আৰম্ভণি। তেতিয়া ফ্ৰান্সৰ উত্তৰ-পশ্চিম প্ৰদেশ আৰু পেৰিচ, বোৰ্ডো আদি চহৰত ইংৰাজৰ বিজয়-বৈজয়ন্তীয়ে ইংৰাজৰাজ পঞ্চম হেনৰীৰ আধিপত্য সগৌৰৱে

ঘোষণা কৰিছিল। আন ফালে, ইংৰাজ সৈন্যৰ অমানুষিক অত্যাচাৰ সহিব নোৱাৰি ফ্ৰান্সৰ অধিকাংশ অধিবাসীয়ে প্ৰাণৰ ভয়ত আত্মীয়-স্বজন, স্বদেশ-স্বভূমি পৰিত্যাগ কৰি হাবিয়ে-বননিয়ে, পৰ্বতে-কন্দৰে আশ্ৰয় লবলৈ বাধ্য হৈছিল। বিদেশীৰ বিপুল বিক্ৰমৰ সম্মুখত ফ্ৰান্সৰ গৌৰৱ-ৰবি তেতিয়া অস্তমিত প্ৰায়। সেই সন্ধিক্ষণতে স্বদেশ-স্বজাতিৰ ৰক্ষাৰ অৰ্থে ক্ষত্ৰ-তেজোদীপ্তা বীৰাঙ্গনা জোৱান ডা'ৰ্কৰ আবিৰ্ভাৱ। জোৱানৰ জীৱনত এফালে যেনেকৈ অমিত সাহস আৰু ৰণচণ্ডীৰ সৰ্ব-সংহাৰিণী শক্তিৰ পৰিচয় পোৱা যায়, আন ফালে সেই দৰে স্বদেশপ্ৰেম আৰু ভগৱদ্ভক্তিৰ গভীৰ নিদৰ্শন পৰিলক্ষিত হয়। এই বীৰবালাৰ জীৱনকাল এফালে যেনেকৈ দৃঢ়তা, সহিষ্ণুতা, কৰ্তব্যপৰায়ণতা আদি বিৰোচিত সদ্‌গুণাৱলীৰ জ্বলন্ত দৃষ্টান্ত, আনফালে তেনেকৈ নাৰীসুলভ কমনীয়তা, সৰলতা আদিৰ জীৱন্ত আলেখ্য। এই মহিমময়ীৰ গৌৰৱমণ্ডিত জীৱনী আৰু দেৱোপম চৰিত্ৰকাহিনী নানা প্ৰকাৰে শিক্ষাপ্ৰদ।

জন্ম


ন্স দেশৰ অন্তৰ্গত লোৰেণ প্ৰদেশৰ সীমান্ত অঞ্চলত ডুমৰিমি বোলা এখনি সৰু গাঁও। সেই গাঁৱতে ১৪১২ খৃষ্টাব্দৰ ৬ জানুৱাৰীৰ দিনা জোৱান ডা'ৰ্কৰ জন্ম হয়। তেওঁৰ পিতাক জেকোৱেচ ডা'ৰ্ক এজন সামান্য খেতিয়ক আছিল। অৱস্থা হিচাপে নিঃকিন হলেও গাঁওৰ আন অধিবাসীবিলাকতকৈ তেওঁ বুদ্ধিমান আৰু জনাবুজা আছিল। জোৱানৰ মাকৰ নাম ইছাবেলা ৰোমী। সেই সময়ত খৃষ্টানসকলৰ ধৰ্মকেন্দ্ৰ ৰোম নগৰ দৰ্শন কৰি ইছাবেলাই 'ৰোমী' উপাধি পোৱা বুলি বহুতে অনুমান কৰে। 'ৰোমী' শব্দৰ অৰ্থ 'ধৰ্মপৰায়ণা'। ইছাবেলাই ৰোম নগৰ দৰ্শন কৰা কথা সঁচা নাইবা মিছাই হওক, তেওঁ যে এজনা প্ৰকৃত ধৰ্মপৰায়ণা ৰমণী আছিল, তাৰ যথেষ্ট অকাট্য প্ৰমাণ পোৱা যায়।

ফ্ৰান্সত সেই কালত জিৱান কেল্‌ভিন, জিৱান পেটিট, জিৱান ফিদেনজা আদি কেগৰাকীমান খৃষ্টানধৰ্মী মহাপুৰুষ আছিল। পিতাক-মাকে সেই অনুসৰি তেওঁৰ নাম জিৱান ডা'ৰ্ক আথৱা জোৱান ডা'ৰ্ক ৰাখিলে। তেওঁলোকৰ পৰিয়ালটো ডা'ৰ্ক পৰিয়াল

[illegible] [illegible]নাজাত আছিল। জোৱান লাহে লাহে ভুমবিমি গাঁৱত ডাঙৰ-দীঘল হবলৈ ধৰিলে।

ভুমবিমি আওচৰীয়া, সামান্য গাঁও হলেও, বৰ শান্তিময় গাঁও আছিল। তাৰ বিষয়ে সেই সময়ত মানুহে এই দৰে কৈছিল—'seldom die, never lie'—অৰ্থাৎ, ভুমবিমিৰ মানুহ প্ৰায়েই নমৰে আৰু তেওঁলোক সত্যবাদী। প্ৰকৃতিৰ এই শান্তিৰ কোমল কোলাত জোৱানৰ শাৰীৰিক্ আৰু মানসিক শক্তিৰ ক্ৰমবিকাশ আৰু পৰিপুষ্টি আৰম্ভ হ'ল।

তা'ৰ্ক পৰিয়ালত, ধৰ্মপ্ৰাণ, সচ্চৰিত্ৰ পিতাক-মাকৰ সহজ-সৰল আদৰ্শৰ মাজেদি অতি শৈশৱ কালৰেপৰা জোৱানে সুশিক্ষা লাভ কৰিবলৈ ধৰিলে, আৰু সদ্‌গুণাৱলীৰ অধিকাৰিণী হ'ল। ঘৰুৱা বন-বাৰি কৰি অঁতাই মাকে আজৰি পৰত বাইবেল আৰু অন্যান্য ধৰ্মগ্ৰন্থ পঢ়িছিল। সৰুৰেপৰা বাইবেলৰ গল্প শুনি শুনি জোৱানে ভগৱানত আত্মসমৰ্পণ কৰিবলৈ শিকিলে, আৰু ধৰ্মৰ অব্যৰ্থ বীজ অজানিতে তেওঁৰ কোমল, সাৰুৱা অন্তৰত অঙ্কুৰিত হ'ল। প্ৰাচীন কালৰ বীৰপুৰুষসকলৰ কীৰ্তিকলাপ আৰু আত্মোৎসৰ্গ কাহিনী শুনি, তেওঁৰো মনত আত্মত্যাগৰ মহতী আকাঙ্ক্ষা উদিত হ'ল। বয়সৰ সামৰ্থ্য অনুসাৰে জোৱানে দীন-দুখীৰ দুখশোক গুচোৱাত আত্মোৎসৰ্গ কৰিবলৈ ধৰিলে।

চৰিত্ৰ গঠন

ইফালে সৰুৱা কাম-কাজতো তেওঁ পিতাক-মাকক যথাসাধ্যে সাহায্য কৰিছিল। আৱশ্যক বুজি পিতাকৰ লগত খেতি-পথাৰলৈ যায়, আৰু আন সময়ত মাকৰ লগত ঘৰত থাকি মাকক সহায় কৰে। জোৱানে সৰুৰেপৰা চিলাইকাম বৰ সুন্দৰকৈ শিকিছিল। ওচৰৰ গাঁওবোৰত কোনোৱে এই কামত

কৰ্তব্যনিষ্ঠা আৰু পৰসেৱা

তেওঁক চেৰ পেলাব নোৱাৰিছিল। এই দৰে কামত ব্যস্ত হৈ থকা স্বত্বেও পৰৰ উপকাৰ কৰিবলৈ পাহৰা নাছিল। ইংৰাজ সৈন্যৰ অত্যাচাৰত অতিষ্ঠ হৈ বেতিয়া কোনো মানুহে প্ৰাণৰ ভয়ত তেওঁলোকৰ ঘৰত আশ্ৰয় মাগেহি, জোৱানে সেইসকলক আশ্ৰয় দান কৰিছিল; আৰু যাতে কোনো বিপদে আহি নিজৰ গাঁওখনিক আক্ৰমণ কৰিব নোৱাৰে, তাৰ পিনে চকু দিবলৈ শিকিছিল। তেওঁ স্বভাৱতে অতি কোমলপ্ৰাণা আৰু দয়ালু আছিল, আৰু পৰৰ দুখত তেওঁৰ অন্তৰ ব্যাকুলতাৰে অভিভূত হৈছিল। গাঁওৰ কোনো মানুহৰ নৰিয়া-পাৰি হলে তেওঁ তুৰন্তে তালৈ গৈ সেৱা-শুশ্ৰূষা কৰিবলৈ চেষ্টা কৰিছিল। এই কাৰণে জোৱানক সকলোৱে বৰ মৰমৰ চকুৰে চাইছিল।

সৰুৰেপৰাই পোৱা বাইবেলৰ শিক্ষাই জোৱানৰ অন্তৰত ঈশ্বৰ বিশ্বাস আৰু ভগৱানত অচলা ভক্তি অনপনেয়ভাৱে নিহিত কৰিছিল। ঈশ্বৰ-উপাসনাক তেওঁ জীৱনৰ প্ৰধানতম কৰ্তব্য বিবেচনা কৰিছিল। 'ত্বয়া হৃষীকেশ হৃদিস্থিতেন যথা নিযুক্তোঽস্মি তথা কৰোমি'—হে প্ৰভু, মোৰ অন্তৰত লুকাই থাকি তুমি যি কামতে নিয়োগ কৰা, মই তাকেই তেনেকৈ কৰোঁ। বাইবেলেও অনুৰূপ শিক্ষাকেই জোৱানক দিছিল আৰু এনে ধৰ্মবাণীয়েই তেওঁৰ অন্তৰত সদায় প্ৰতিধ্বনিত হৈ আছিল। সেই সময়ৰ

ধৰ্ম পৰায়ণতা

খৃষ্টীয় সকলো ধৰ্মানুষ্ঠানত তেওঁ যোগ দিছিল। ডুমৰিমি নাইবা ওচৰৰ কোনো গাঁৱত স্কুল নথকাত জোৱানে লিখা-পঢ়া কৰাৰ কোনো সুবিধা নাপালে। কিন্তু যি শিক্ষাৰ গুণত মানুহৰ মনত ভগৱদ্ভক্তি, কৰ্তব্যনিষ্ঠা আদি সদ্‌গুণৰাশি ফুটি উঠে, আৰু যি শিক্ষাত মানুহে পুতচৰিত্ৰ

হৈ আদৰ্শজীৱন যাপন কৰিব পাৰে, তাক জোৱানে শৈশৱতে মাকৰ অবিৰতে বাইবেলৰপৰা লাভ কৰিছিল। আমাৰ দেশৰ শিশুসকলেও সাধুকথাৰ ছলেৰে অনুৰূপ শিক্ষা একালত মাক-বাপেকৰপৰা পাইছিল। কিন্তু আজি ?

জোৱানৰ শান্তিকামী মনে নিৰ্জনতা ভাল পাইছিল। জনসমাগমৰ আঁতৰত থকা ধৰ্মমন্দিৰ অথবা নিৰ্জন বনভূমিৰ প্ৰাকৃতিক ৰম্য সৌন্দৰ্য একান্তচিত্তে নিৰীক্ষণ কৰি, ভগৱানৰ অসীম ক্ষমতা আৰু প্ৰাণীজগতৰ প্ৰতি তেওঁৰ বিপুল কৰুণাৰ কথা উপলব্ধি কৰি, তেওঁ মনত বৰ আনন্দ পাইছিল।

পিতাক-মাকে জোৱানৰ এই নিৰ্জনপ্ৰিয়তা লক্ষ্য কৰি, জোৱানৰ বয়স বাঢ়ি আহিলত তেওঁক বিয়া দিবলৈ ভাবিলে। জোৱানৰ কায়িক গঠন, ৰূপ-লাৱণ্য আৰু মনৰ পবিত্ৰতা আদিয়ে ওচৰৰে ডেকাসকলৰ মন কেতিয়াবাৰপৰাই আকৰ্ষণ কৰি

মনৰ দৃঢ়তা

আছিল। কিন্তু জোৱানে সংকল্প কৰিলে, তেওঁ কেতিয়াও বিয়া নকৰায়; কুমাৰী মেৰীৰ দৰে কুমাৰী হৈয়ে থাকিব। তেওঁ সকলোৰে অনুৰোধ প্ৰত্যাখ্যান কৰিলে। ডেকাসকল ভগ্নমনোৰথ হৈ গুচি গ'ল। কিন্তু ইয়াতো তেওঁ নিস্তাৰ নাপালে। এজন ডেকাই এই দৰে উপেক্ষিত হৈ ধৰ্মবিচাৰালয়ত অভিযোগ কৰিলে যে জোৱানে তেওঁক আগেয়ে বিয়া কৰাম বুলি কথা দি এতিয়া অমান্তি হৈছে; গতিকে ন্যায়বিধিমতে আৰু প্ৰচলিত ধৰ্ম অনুসৰি তেওঁ জোৱানক পাবৰ অধিকাৰী। এই অভিযোগ উঠাত সকলোৱে ভাবিছিল যে কোমলমতি জোৱানে এই অভি-যোগৰ প্ৰতিবাদ নকৰি ডেকাজনক বিয়া কৰাব। কিন্তু নিৰ্দিষ্ট দিনত আদালতত উপস্থিত হৈ তেওঁ দৃঢ় প্ৰতিবাদ কৰি কলে,

"মোৰ বিৰুদ্ধে এই আদালতত যি অভিযোগ অনা হৈছে, সি সম্পূৰ্ণ মিছা, আক্ৰোশমূলক আৰু ভিত্তিহীন। মই কেতিয়াও কাকো বিয়া কৰাব খোজা নাই; আৰু ভবিষ্যতেও বিয়া নকৰাওঁ।" জোৱানৰ এই নিৰ্ভীক উত্তৰ শুনি বিচাৰকসকল চমৎকৃত হ'ল। তেওঁলোকে এই গ্ৰাম্যসৰলাৰ আন্তৰিকতাত প্ৰত্যয় মানি জোৱানক মুক্তি দিলে। এই ঘটনাৰ পিছত জোৱানৰ জীৱনসুঁতি আন কালে দৃঢ়তৰভাৱে ঢাল খালে। মনৰ সংকল্পৰ প্ৰতি দৃঢ়তা আৰু ঐকান্তিকতা ক্ৰমে বাঢ়ি গ'ল। কায়মনোবাক্যে তেওঁ ভগৱানত আত্মনিবেদন কৰিলে।

জীৱনৰ গতি

ফ্ৰান্সত ইংৰাজ আৰু ফৰাছীৰ মাজত সৰ্বনাশী যুদ্ধ-বিগ্ৰহ নহলে, বোধ হয় জোৱানে সামান্য গাঁৱলীয়া ছোৱালীৰ দৰে, এক প্ৰকাৰে বন্যপুষ্পৰ নিচিনাকৈ কাল কটালেহেঁতেন। ইংৰাজৰ হাতত দেশবাসীৰ নিৰ্য্যাতন আৰু দাসত্বৰ গধুৰ বোজাৰ দুখ অনুভৱ কৰিব নলগা হলে, কোনে জানে, এই গ্ৰাম্য বালিকাৰ জীৱনৰ সুঁতি কোন ফালে ঢাল খালেহেঁতেন। গাঁওৰ অহিন-কোণত, প্ৰকৃতিৰ মুক্ত বায়ুত তেওঁৰ শৈশৱ স্বাভাৱিক বৈচিত্ৰ্যৰ মাজত অতিবাহিত হৈছিল,—এই চিৰশ্যামল নিৰ্জন ৰম্যভূমিৰ প্ৰাকৃতিক ৰমনীয়তাৰ মাজতেই হয়তো জোৱানৰ জীৱন শেষ হ'লহেঁতেন। কিন্তু সেই সময়ৰ ৰাজনৈতিক আৰু সামাজিক অশান্তিবোৰে তেওঁৰ ঐহিক কৰ্তব্য নিৰ্ধাৰণ কৰি দিলে। অন্তৰৰ স্বতঃস্ফুৰ্ত এই আহ্বান তেওঁ উপেক্ষা কৰিব নোৱাৰিলে।

ইংৰাজৰ অত্যাচাৰত যেতিয়া কোনো মানুহে আতুৰত পৰি ডা'ৰ্ক পৰিয়ালত আশ্ৰয় খোজেহি, জোৱানে সাগ্ৰহে তেনে লোকক সদায় আশ্ৰয় দিছিল। এই দৰেই তেওঁৰ মন দেশৰ চিন্তাত

নিৰিষ্ট হ'ল। এবাৰ ইংৰাজ সৈন্যৰ অত্যাচাৰ অসহ্য হোৱাত ভুমবিমি গাঁওৰ অধিবাসীসকল হাবিলৈ পলাই যাবলৈ বাধ্য হৈছিল। জোৱানেও পিতাক-মাকে সৈতে গাঁও এৰি গুচি যায়। কিছুদিন পিছত যেতিয়া গাঁও-ভূঁই পুৰি ছাৰখাৰ কৰি ইংৰাজসৈন্য আন ফালে গুচি গ'ল, জোৱানে গাঁওলৈ ফিৰি আহি দেখিলে যে গাঁওৰ ধৰ্মমন্দিৰৰ চিনমাত্ৰও নাই; গোটেই গাঁও জনমানৱ-শূন্য মৰুভূমিপ্ৰায়। এই শোচনীয় দৃশ্য দেখি জোৱানৰ কোমল হৃদয় দেশৰ দুৰ্দশাৰ চিন্তাত অভিভূত হ'ল। জন্মভূমিৰ দুৰ্দশা মোচন কৰিবলৈ তেওঁৰ মন উদ্বাউল হৈ উঠিল।

## তিনি

# তেতিয়াৰ ফ্ৰান্সৰ ৰাজনৈতিক পৰিস্থিতি




ষ্টীয় ১৪১৫ চনত ইংলণ্ডৰ ৰজা পঞ্চম হেনৰীৰ সৈন্য-বাহিনীয়ে এজিনকোৰ্টৰ যুদ্ধত ফৰাছীসকলক পৰাস্ত কৰিলে। ইয়াৰ দুবছৰ পিছত ইংৰাজে আকৌ ফ্ৰান্স আক্ৰমণ কৰে। ইয়াৰ ফলত নৰ্মাণ্ডি বোলা প্ৰদেশ এখন ইংৰাজৰ হস্তগত হ'ল। ইফালে সেই সময়ত ফ্ৰান্সত আত্মবিদ্ৰোহ উপস্থিত হৈছিল। গতিকে, ফৰাছীসকলে, ইংৰাজৰজাৰ কবলৰপৰা স্বদেশক উদ্ধাৰ কৰিবৰ উদ্দেশ্যে কোনো সমবেত শক্তি প্ৰয়োগ কৰিব পৰা নাছিল। বৰং গাইগুটীয়া স্বাৰ্থসিদ্ধিৰ কাৰণে কিছুমান স্বদেশদ্ৰোহী লোকে ইংৰাজৰহে সহায় হৈ আত্মপ্ৰসাদ লভিছিল।

সেই সময়ত ফ্ৰান্সৰ অধিপতি ষষ্ঠ চাৰ্ল্‌ছ্‌। তেওঁ ইংৰাজশক্তিক পৰাস্ত কৰিব নোৱাৰি ১৪২০ চনত ট্ৰয় নগৰত ইংৰাজৰ লগত সন্ধিসূত্ৰত আবদ্ধ হ'ল। সেই সন্ধিমতে চাৰ্ল্‌ছৰ জীয়েক কেথাৰিনক ইংলণ্ডৰ ৰজা পঞ্চম হেন্‌ৰীলৈ বিয়া দিয়া হ'ল। চাৰ্লছৰ মৃত্যুৰ পিছত হেন্‌ৰী ফ্ৰান্সৰ ৰাজসিংহাসনৰো অধিকাৰী হব বুলি মনোনীত হ'ল। ফৰাছী ৰাজকোঁৱৰ দফিন চাৰ্লছে এই সন্ধিমতে ভবিষ্যতলৈ ৰাজ্যৰ দাবী হেৰুৱালে।

ৰজাৰ এই কাৰ্যত দফিন ক্ষুব্ধ হ'ল। নিজৰ নষ্টস্বত্ব সাব্যস্ত কৰিবলৈ তেওঁ লাগি পৰিল। ফ্ৰান্সৰ দক্ষিণাংশত ইংৰাজৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰি তেওঁ পিতৃসিংহাসনৰ দাবী দৃঢ়তৰ কৰি তুলিলে। ইফালে ১৪২২ চনৰ আগছোৱাতে হেন্‌ৰীৰ মৃত্যু হ'ল। তাৰ দুমাহ পিছত চাৰ্লছৰো লোকান্তৰ ঘটিল। দেশৰ এই হুলস্থূলৰ মাজত ইংলণ্ডৰ যুৱৰাজ ষষ্ঠ হেন্‌ৰী ইংলণ্ডৰ সিংহাসনত উঠিল, আৰু পূৰ্বৰ সন্ধিমতে তেওঁ ফ্ৰান্সৰো অধিপতি হ'ল। নাবালক ৰজাৰ প্ৰতিনিধি হিচাপে বেডফোৰ্ডৰ ডিউক ফ্ৰান্সৰ শাসনকৰ্তা হৈ আহিল। দফিনে ইংৰাজৰ প্ৰবল পৰাক্ৰমৰ আগত তিষ্ঠিব নোৱাৰিলে। তেতিয়া ফৰাছী প্ৰজাসকলৰ ৰাজ-নৈতিক চৈতন্য বিশেষ নাছিল, এনেকি আজিও নাই। ফ্ৰান্সৰ ৰাজনীতি মুষ্টিমেয় সম্ভ্ৰান্ত বংশৰ লোকৰ হাতত। প্ৰজাসকলে দফিনৰ পক্ষ সমৰ্থন নকৰিলে। দফিনে ৰাজ্যৰ আশা পৰিত্যাগ কৰিলে, আৰু নিতান্ত নিঃকিনভাৱে দিন কটাবলৈ ধৰিলে। জমিদাৰসকলৰ, ইটো-সিটোৰ মাজত বিদ্ৰোহ উপস্থিত হৈ কটাকটি মৰামৰি হ'ল। ঘটনা-বৈচিত্ৰ্যৰ মাজত পৰি ফ্ৰান্সৰ ৰাজনৈতিক তথা সামাজিক পৰিস্থিতি অতিশয় শোচনীয় হৈ উঠিল।

ডুমৰিমিৰ অৱস্থা

সেই সময়ত ডুমৰিমিৰ অধিবাসীসকলৰ মনতো ফ্ৰান্সৰ অন্যান্য অংশৰ মানুহবিলাকৰ দৰে ভয়ানক আতঙ্কৰ সঞ্চাৰ হৈছিল। শত্ৰুৰ অতৰ্কিত-আক্ৰমণৰপৰা ৰক্ষা পাবলৈ গিৰ্জাৰ টিঙত সদায় এজন প্ৰহৰী নিযুক্ত আছিল। গাঁওৰ সকলো মানুহে পাল অনুসৰি তাত পহৰা দিছিলগৈ। শত্ৰুৰ আগমনৰ কথা, দিনৰ ভাগত ৰ'দৰ পোহৰত বৰ্শাৰ চিকমিকনিৰ-

থাৰা, আৰু ৰাতি হলে শত্ৰুৰ ঘৰ-পোৰা জুইৰে, এই প্ৰহৰী-বিলাকে লক্ষ্য কৰিছিল, আৰু শত্ৰু অহা গম পালেই তৎক্ষণাৎ গিৰ্জাৰ ওপৰৰ বিপদসূচক ঘণ্টা কোবাই গাঁওৰ মানুহক সতৰ্ক কৰি দিয়া হৈছিল। এই সঙ্কেত অনুসৰি, সকলো মানুহে যি কোনো উপায়ে নহওক, হাবি বননিত লুকাই আত্মৰক্ষা কৰিছিলগৈ।

দেশৰ এই চৰম দুৰ্গতি, আৰু দেশবাসীৰ অবৰ্ণনীয় বিপদৰ মাজত, পবিত্ৰপ্ৰাণা জোৱানে স্বদেশৰ অৰ্থে প্ৰাণ দিবলৈ ভগৱানৰ প্ৰেৰণা লাভ কৰিলে। আতুৰক আশ্ৰয় দি, আৰু গাঁওৰ অন্যান্য সকলোৰে লগত নিজেও লুকাই আত্মৰক্ষা কৰি, লগতে ইংৰাজ সৈন্যৰ অমানুষিক উৎপীড়নৰ দৃশ্যবোৰ দেখি দেখি ফ্ৰান্সৰ ৰাজনৈতিক পৰিস্থিতিৰ লগত তেওঁৰ সম্যক্ পৰিচয় ইতিমধ্যে হৈ গৈছিল।

# চাৰি

## দৈৱবাণী

 চেই শৈশৱৰপৰাই বিদেশী শাসকৰ এই অত্যাচাৰবোৰ জোৱানে দেখি-শুনি তাৰ মাজেদিয়েই ডাঙৰ হৈ আহিল। তেওঁৰ বয়স যেতিয়া তেৰ বছৰ, তেতিয়াৰেপৰা তেওঁৰ মন স্বদেশৰ চিন্তাত বিশেষভাৱে আকুল হ'ল। লাহে লাহে জোৱানে বালিকা সুলভ চঞ্চল স্বভাৱ পৰিত্যাগ কৰি, নিৰ্জন স্থানত স্বদেশোদ্ধাৰ, আৰু ফৰাচীসকলৰ দাসত্ব মোচনৰ উপায় চিন্তিবলৈ ধৰিলে। ফ্ৰান্সৰ উদ্ধাৰৰ অৰ্থে তেওঁ ভগৱানৰ ওচৰত আকুল প্ৰাৰ্থনা নিবেদন কৰিলে।

এই দৰে কিছু দিন অতিবাহিত হৈ গ'ল। এদিন গধূলি পৰত জোৱানে ডুমৰিমিৰ গিৰ্জাৰ ওচৰত অকলে ভেৰা চৰাই আছিল।

আকাশী বাণী

লাহে লাহে দিনৰ পোহৰ কমি আহিল। অস্তগামী সূৰ্যৰ সোণালী ৰহন পৰি গছলতা জিলিকি উঠি ক্ৰমে ম্লান হৈ যাবলৈ ধৰিলে। এনে অসামান্য জ্যোতিৰ্ময় আলোকৰশ্মি এটি তেওঁৰ চকুত পৰিল। ক্ৰমান্বয়ে সেই আলোক স্পষ্টতৰ হবলৈ ধৰিলে। শূন্যৰপৰা কোনো অশৰীৰী বাণী এটি তেওঁৰ কাণত পৰিল, "জোৱান, তুমি নিৰ্মলচৰিত্ৰ হৈ ভগৱানৰ

ওচৰত আত্মসমৰ্পণ কৰা।" পলকতে সেই দিব্য জ্যোতি ৮কুৰ দৃষ্টিৰপৰা আঁতৰি গ'ল। জোৱানে নানা প্ৰশ্ন কৰিও কোনো উত্তৰ নেপালে।

এই ঘটনাৰ পিছত সপ্তাহত দুবাৰ তিনিবাৰকৈ জোৱানে দেৱদূতৰ সাক্ষাৎ লাভ কৰিবলৈ ধৰিলে। দেৱদূতসকলে কলে, "জোৱান, তুমি যুদ্ধৰ কাৰণে সাজু হোৱা। তোমাৰ জন্মভূমি আৰু স্বদেশবাসীক দাসত্বশৃংখলৰপৰা মুক্ত কৰা। ভগৱান তোমাৰ সহায় হব।" কিন্তু জোৱানৰ দৰে সামান্য হোজা ছোৱালী এজনীয়ে কি উপায়ে স্বদেশৰ উদ্ধাৰ সাধন কৰিব, তেওঁ একো স্থিৰ কৰিব নোৱাৰিলে। তেওঁ এই চিন্তাত বৰ ব্যাকুল হ'ল।

এদিন জোৱানে তেওঁৰ সমনীয়া ছোৱালীবিলাকৰ লগত ভেৰা চৰাই আছিল। তেওঁলোকে তাতে এটা দৌৰ-খেল আৰম্ভ কৰিলে। যিজনী প্ৰথম হয়, তেওঁক এথোপা ফুল দিয়া হব। জোৱানে দৌৰত প্ৰথম হৈ পুৰস্কাৰ পালে। লগৰ ছোৱালী-বিলাকে জোৱানক ইমান বেগেৰে লৰি যোৱা দেখি আচৰিত মানিলে। তেওঁলোকৰ মনত ধাৰণা হ'ল যে জোৱানে মাটিৰে দৌৰি নগৈ উৰিহে গ'ল। মাটিত তেওঁৰ ভৰি পৰা কোনোৱে দেখাকে নাপালে। এজনী ছোৱালীয়ে চিঞৰি উঠি কলে, "জোৱান, তুমি উৰি গ'লা দেখোন।" এই দৰে খেল শেষ হ'ল। ওচৰত থকা ডেকা এজনে কলে, "জোৱান, তুমি ঘৰলৈ যোৱা। মাৰাই তোমাক মাতিছে।" এই কথা শুনি জোৱানে শীঘ্ৰে ঘৰলৈ ফিৰি আহিল। ভেৰাবোৰ পথাৰত ৰখীয়া নোহোৱাকৈ এৰি ইমান সোনকালে ঘৰলৈ অহা দেখি মাকে

তেওঁক ভৎ’সনা কৰিলে। জোৱানে সুধিলে, “আই, তুমি মোক মাতি পঠিয়াইছিলা নে ?” মাকে মতা নাই বুলি কোৱাত, জোৱানে ইয়াৰ একো কাৰণ বুজি নাপালে আৰু ভাবিলে যে ল’ৰাজনে বোধ হয় তেওঁক জব্দ কৰিবলৈ এই মিছা কথা কৈ ধেমালি কৰিলে। এই ভাবি তেওঁ আকৌ পথাৰলৈ ওলাল। ঠিক এই সময়তে আকাশত মেঘৰ আঁৰৰপৰা কোনোবা অশৰীৰী বাণীয়ে তেওঁক সম্বোধন কৰি কলে, জোৱান, তোমাৰ জীৱনৰ গতি পৰিবৰ্তন কৰা। ভগৱানে তোমাক মহৎ কাৰ্য সাধনৰ অৰ্থে পৃথিৱীলৈ পঠিয়াইছে। পুৰুষৰ বেশ পিন্ধি যুদ্ধলৈ যোৱা। সেনাপতি হৈ ইংৰাজৰ বিৰুদ্ধে যুদ্ধ কৰি স্বদেশক উদ্ধাৰ কৰা।” এই আদেশবাণী শুনি জোৱানে সৰল মনেৰে উত্তৰ দিলে, “মই অশিক্ষিতা ছোৱালী ; ঘোঁৰাত উঠিবলৈ আৰু অস্ত্ৰ ধৰিবলৈ নাজানো। মই কেনেকৈ যুদ্ধলৈ যাম ?” উত্তৰ আহিল, “ভগৱানে তোমাক সহায় কৰিব ?”

জোৱানে এই দৈৱবাণী শুনা কথা সম্পূৰ্ণ অলীক আৰু ভিত্তিহীন বুলি বহুতে উৰাই দিব খোজে। বিশেষকৈ য়ুৰোপত অতি কম লোকেহে এই কথা সেই সময়ত বিশ্বাস কৰিছিল। কিন্তু ভাৰতবৰ্ষত, এই কথাৰ সত্যতা সম্বন্ধে কাৰো সন্দেহ নহয়। পাশ্চাত্য জগতত জড়বাদিতাৰ প্ৰভাৱত এই ঘটনা বিশ্বাসযোগ্য বুলি নাভাবিলেও, প্ৰাচ্য জগতত সকলোৱে জানে যে ভক্তিভাৱে প্ৰাৰ্থনা কৰিলে ভগৱদ্দৰ্শন একো অসম্ভৱ নহয়। প্ৰহ্লাদ, ধ্ৰুৱ আদিৰ পৌৰাণিক কাহিনীবোৰ নানা প্ৰকাৰ ৰূপকমিশ্ৰিত হলেও, প্ৰত্যেকটো কাহিনীৰ মাজেদি সত্যতা আৰু যাথাৰ্থৰ সূক্ষ্ম সূত্ৰ এগছি সদায় বিচাৰি পোৱা যায়। এই কাহিনীবোৰো ভগৱৎ

কৃপালাভৰ প্ৰকৃষ্ট প্ৰমাণ। বিজ্ঞানৰ তুলাচানিয়ে এই সত্যৰ গুৰুত্ব নিৰূপণ কৰিব নোৱাৰে।

পাশ্চাত্য মনীষীসকলৰ ভিতৰতো অনেকে অৱশ্যে এই কথা সত্য বুলি স্বীকাৰ কৰিছে। বিখ্যাত ফৰাছী লিখক আনাতোলা ফ্ৰাঁই এঠাইত কৈছে, "জোৱানে সঁচাকৈ ছায়ামূর্তি দর্শন কৰিছিল। ই কোনো ছল-চক্ৰান্তপূর্ণ বা কল্পনাপ্ৰসূত আখ্যায়িকা নহয়। তেওঁ সঁচাকৈ বিশ্বাস কৰিছিল যে তেওঁক সম্বোধন কৰি কোৱা দৈৱবাণী তেওঁ শুনিছিল, আৰু ইয়াকো বুজিছিল যে ই কোনো মানুহৰ মুখৰপৰা ওলোৱা মাত-কথা নহয়। মই জোৱানৰ সৰলচিন্তাৰ বিষয়ে কোনো সন্দেহ নকৰোঁ। তেওঁক মিছলীয়া বুলি কোনোৱে দোষাৰোপ কৰিব নোৱাৰে।" পাশ্চাত্য সমাজতো শ্বেলী, মিল্টন, চক্ৰেটিছ, নেপোলিয়ন, ক্ৰম্‌ওৱেল, লুথাৰ, পাস্কেল প্ৰভৃতি অশেষ পাণ্ডিত্যসম্পন্ন মনীষীসকলে দৈৱবাণী শুনিছিল, আৰু ভগৱদ্দর্শন লাভ কৰিছিল বুলি নানা আখ্যায়িকা আছে। এই কাহিনীবোৰ সত্য বুলি বহুতে বিশ্বাস কৰে। গতিকে, সৰলা গ্ৰাম্য বালিকা জোৱানক এই সম্বন্ধে সন্দেহ কৰাৰ একো কাৰণ নাই। জোৱানে নিজে এই ঘটনাৰ সত্যতা সম্বন্ধে কেবাবাৰো দৃঢ়ভাৱে কৈ গৈছে। এনে কি, যেতিয়া শত্ৰুৰ হাতত বন্দী হৈ, বিচাৰালয়ত বিচাৰকৰ প্ৰশ্নৰ উত্তৰ দিয়ে, তেতিয়াও তেওঁ কৈছিল,—ছায়ামূর্তি দর্শন আৰু দৈৱবাণী শ্ৰৱন সম্পূর্ণ সঁচা। কিন্তু ভগৱানৰ চৰণত মোৰ প্ৰাৰ্থনা যেন মোৰ নিচিনাকৈ সকলো লোক এই দৈৱানুগ্ৰহৰ অধিকাৰী হয়।

## উদ্দেশ্য ঘোষণা


কাণীবাণী শুনাৰ পিছত, লাহে লাহে জোৱান নিজৰ কৰ্তব্য সাধনত তৎপৰ হ'ল। তেওঁৰ মনত দৃঢ় বিশ্বাস হৈছিল যে ভগৱানে তেওঁক ফ্ৰান্সৰ উদ্ধাৰৰ অৰ্থে যুদ্ধ কৰিবলৈ আদেশ দিছে, আৰু সেই আদেশ তেওঁ পালন কৰিবই লাগিব। এই ধাৰণাত তেওঁৰ মনৰপৰা সকলো প্ৰকাৰ ভয়, সন্দেহ আদি দূৰ হ'ল। কিন্তু উদ্দেশ্য সাধনৰ পথত তেওঁৰ বহুত অন্তৰায়,—

উদ্যোগ

সেইবোৰ কি উপায়ে তেওঁ লঙ্ঘন কৰিব? ডুমৰিমিৰপৰা দফিনৰ বাসস্থানলৈ ৪৫০ মাইল দূৰ; বাটত বিদেশী ৰাজ্যৰ মাজেদি যাব লাগিব; তদুপৰি, সেই সময়ত সেই বাটেদি চোৰ-ডকাইতৰ বৰ.উপদ্ৰৱ,—বিশেষকৈ দেশৰ এই অৰাজকতাৰ কালত।

ইফালে, পিতাক মাক অতিশয় ধৰ্মপৰায়ণ হলেও তেওঁলোকে জোৱানৰ দৈৱবাণী শ্ৰৱণ কথা অমূলক বুলি উৰাই দিলে, আৰু

পিতৃমাতৃৰ প্ৰতিকূলতা

জোৱানক ভয় দেখুৱাই কলে, "যদি আকৌ তো· মুখত এনে কথা শুনো, তেনেহলে তোক পানীত বুৰাই মাৰিম।" মাকে একো নকলেও, জোৱানক তেওঁৰ

সংকল্প-পথৰপৰা নিবৃত্ত কৰিবলৈ চেষ্টা কৰিলে। পিতাক-মাকৰ এনে প্ৰতিকূল মতত জোৱানৰ মনত ভয় লাগিল। কিন্তু তেওঁ সংকল্প সাধন কৰিবলৈ মনে মনে প্ৰতিজ্ঞা কৰিলে। তেওঁ পিতাক-মাকৰ অবাধ্য হৈ কাম কৰিবলৈ ওলাল। তেওঁ বিবেচনা কৰি বুজিলে যে পিতাক-মাকৰ আদেশ পালন কৰাতকৈ ভগৱানৰ আদেশ পালন কৰা শতগুণে শ্ৰেয়ঃ। পিতৃভক্ত হোৱাতকৈ দেশভক্ত হোৱা অধিকতৰ বাঞ্ছনীয়।

কিন্তু প্ৰকাশ্যে পিতাকৰ আদেশ অমান্য কৰা জোৱানৰ দৰে কোমলমতি বালিকাৰ পক্ষে সম্ভৱ নহয়। গতিকে, কৌশলেৰে কাৰ্যসিদ্ধি কৰিবলৈ তেওঁ উপায় বিচাৰিবলৈ ধৰিলে। ডুমৰিমিৰ-পৰা ১০।১২ মাইলমান দূৰৈৰ এখন গাঁৱত জোৱানৰ দূৰ সম্বন্ধী ডুৰাণ্ড লেক্সাৰ্ট নামে এজন খুৰাক আছিল। লেক্সাৰ্ট অতিশয়

খুৰাকৰ আশ্ৰয়ত

সৰলচিত্ত আৰু ভক্তিপৰায়ণ পুৰুষ। জোৱানে তেওঁৰ সাহায্যৰূপে লেক্সাৰ্টৰ আশ্ৰয় লবলৈ স্থিৰ কৰিলে। ১৪২৯ চনত লেক্সাৰ্টৰ ঘৈণীয়েকৰ কিবা অসুখ হোৱাত, জোৱানে তেওঁক শুশ্ৰূষা কৰিবৰ কাৰণে পিতাকমাকৰ ওচৰত বিদায় লৈ লেক্সাৰ্টৰ ঘৰলৈ যাত্ৰা কৰিলে। মনে মনে তেওঁ ঘৰৰপৰা চিৰবিদায় ললে। জোৱানৰ কোমল হৃদয় ক্ষন্তেকৰ বাবে কঁপি উঠিল। কিন্তু সেই সময়ত স্বদেশপ্ৰেমৰ উত্তেজনাই তেওঁৰ প্ৰাণত মোহিনী উন্মাদনাৰ সৃষ্টি কৰিছিল। ইয়াৰ প্ৰভাৱত জোৱানৰ হৃদয়ৰ পিতৃমাতৃ স্নেহ আৰু আত্মীয়স্বজনৰ প্ৰতি গভীৰ শ্ৰদ্ধা, অকৃত্ৰিম স্নেহ,—সকলো মাৰ গ'ল।

কথাপ্ৰসঙ্গত এদিন জোৱানে খুৰাকক কলে, "ফ্ৰান্সক এজনা তিৰোতাই ধ্বংস কৰিবলৈ চেষ্টা কৰিব (সপ্তম চাৰ্লছৰ মাক

কেথাৰিন ), আৰু আন এজনীয়ে পুনৰায় ফ্ৰান্সক উদ্ধাৰ কৰিব, এই প্ৰবাদ আপুনি জানেনে ?" খুৰাক হোজা মানুহ ; তেওঁ প্ৰশ্নৰ একো অৰ্থ বুজি নাপালে। জোৱানে তেতিয়া নিজৰ উদ্দেশ্য ভাঙি কলে, আৰু দক্ষিনক ৰেইমৃছ্ নগৰলৈ নি ৰজা পাতিবলৈ, তেওঁৰ অভিষেক উৎসৱ পালন কৰাৰ ইচ্ছা প্ৰকাশ কৰিলে। বুঢ়া লেক্সাৰ্ট্ জোৱানৰ শুভ আকাঙ্ক্ষাৰ প্ৰস্তাৱ শুনি মোহিত হ'ল। তেওঁ জোৱানক যথাসাধ্য সাহায্য কৰিবলৈ প্ৰতিশ্ৰুতি দিলে। লেক্সাৰ্টৰ আশ্ৰয় লাভ কৰি জোৱানৰ উৎসাহ শতগুণে বাঢ়ি গ'ল। তেওঁৰ লগত জোৱানে ভকুলিয়াছ' বোলা অঞ্চলৰ শাসনকৰ্তা বদ্ৰিকোৰ্টৰ ৰাজধানীলৈ যাত্ৰা কৰিলে।

প্ৰথমে জোৱানে শাসনকৰ্তাৰ ওচৰলৈ খুৰাকক পঠাই নিজৰ অভিপ্ৰায় জনালে। কিন্তু সেই অনুৰোধৰ একো ফল নফলিল।

**শাসনকৰ্তাৰ অৱজ্ঞা**

গৰ্বিত শাসনকৰ্তাই বিদ্ৰূপৰ ছলেৰে কলে, "আপোনাৰ ভতিজাজীৰ উন্মাদ অৱস্থাৰ কথা মই শুনিছোঁ। ইয়ালৈ লৈ নাহি তেওঁক কোনোবা চিকিৎসকৰ ওচৰলৈ লৈ যোৱাহে ভাল আছিল।" এই দৰে উপেক্ষিত হৈ লেক্সাৰ্টে জোৱানৰ আগত আদ্যোপান্ত কাহিনী বৰ্ণনা কৰিলেহি।

মনত মৰ্মান্তিক আঘাত পালেও, জোৱান কিন্তু ভগ্নমনোৰথ নহ'ল। এইবাৰ তেওঁ নিজে শাসনকৰ্তাৰ ওচৰলৈ যাত্ৰা কৰিলে, আৰু যথাসময়ত জোৱান বদ্ৰিকোৰ্টৰ ওচৰত উপস্থিত হ'লগৈ। শাসনকৰ্তাজনে জোৱানৰ এই অসাধাৰণ অধ্যৱসায় আৰু সাহস দেখি বিস্ময় মানিলে। বদ্ৰিকোৰ্টৰ উক্তিৰ প্ৰতিবাদ কৰি জোৱানে তীব্ৰ স্বৰে কলে, "মোক উন্মাদ বুলি কোৱা

আপোনাৰ উচিত হোৱা নাই; আপুনি মোৰ ওপৰত যি দোষাৰোপ কৰিছে, সি সম্পূৰ্ণ মিছা। মই উন্মাদ হোৱা নাই; মোক ভূত-প্ৰেতেও পোৱা নাই। ভগৱানৰ আদেশ মানি মই এই কাৰ্যত ব্ৰতী হৈছোঁ। ফ্ৰান্সক মই শত্ৰুৰ হাতৰপৰা উদ্ধাৰ কৰিম, এই মোৰ সংকল্প। আপুনি মোৰ সহায় হওক। ইংৰাজ-কবি ৰবাৰ্ট্ ছাদিৰ অমৰ-গ্ৰন্থ "জোৱান অৱ্ আৰ্ক"ত এই উক্তি অতি সুন্দৰভাৱে বৰ্ণিত আছে। তেওঁ লিখিছে—

"………The Maiden cried,
I am not mad, Possess'd indeed I am !
The hand of God is strong upon my soul,
And I have wrestled vainly with the Lord,
And stubbornly. I fear me. I can save
This country, sir ! I can deliver France !
Yea……I must save the country !
God is in me ;
I speak not, think not, feel not for myself.
He knew and sanctified me ere my birth ;
He to the nations hath ordained me ;
And whither He shall send me, I must go ;
And whatso He commands, that I must speak ;
And whatso is His will, that I must do ;
And I must put oway all fear of man,
Lest He in wrath confound me."

*Joan of Arc*, pp 7,—Robert Southey

জোৱানৰ সহজ সৰল নিৰ্ভীক উক্তিত, উপস্থিত সকলো লোক বিস্মিত হ'ল। তেতিয়া জোৱানে কলে, "আপুনি দফিনলৈ কৈ

পঠাওক, যেন তেওঁ এই ধৰ্মযুদ্ধত পশ্চাৎপদ নহয়। ভগৱানে তেওঁক সহায় কৰিব। ভগৱানৰ ইচ্ছা অনুসৰি মই তেওঁৰ অভিষেক কাৰ্য শীঘ্ৰে ৰেইম্‌ছ নগৰত সম্পন্ন কৰিম।" বাড্রিকোর্টে কলে, "ৰাজ্য মোৰ নহয়, দফিনৰ; ৰজাৰ ওপৰত মোৰ কোনো হাত নাই। মোৰ মতামতৰ ওপৰত তেওঁ নিৰ্ভৰ নকৰে।" জোৱানে উত্তেজিতভাৱে কলে," আপুনি তেন্তে দফিনক কৈ পঠাওক, এই ৰাজ্য দফিনৰ নিজৰ সম্পত্তি নহয়। ভগৱানহে ইয়াৰ প্ৰকৃত অধিকাৰী। দফিন ভগৱানৰ ইচ্ছা আৰু আদেশবহ প্ৰতিনিধি মাত্ৰ।"

জোৱানৰ অনুৰোধ

বালিকাৰ এই তেজোদীপ্ত বাক্যত শাসনকৰ্তাজনৰ মনৰ গতি পৰিবৰ্তিত হ'ল। তেওঁ এই সম্বন্ধে কেজনমান প্ৰসিদ্ধ ধৰ্মযাজকৰ লগত পৰামৰ্শ কৰিলে। সকলোৱে একবাক্যে স্বীকাৰ কৰিলে যে জোৱানে নিশ্চয় ঈশ্বৰৰ অনুপ্ৰেৰণা লাভ কৰিছে। এই কথা তড়িদ্বেগে নগৰত ৰাষ্ট্ৰ হৈ পৰিল। দশোদিশৰপৰা সকলো মানুহে এই ঈশ্বৰানুগৃহীতা কুমাৰীক চাবলৈ নগৰ উপচি পৰিল। সকলোৱে জোৱানৰ গভীৰ নিষ্ঠাৰ প্ৰশংসা কৰিলে, আৰু তেওঁক হিয়া-ভৰা আশীৰ্বাদ দিলে। কিছু পৰৰ মূৰত বড্রিকোর্টৰ পৰামৰ্শ আৰু আয়োজন অনুসৰি জোৱানে কেজনমান সশস্ত্ৰ সৈনিকৰ লগত লোৰেনৰ ডিউকৰ ওচৰলৈ যাত্ৰা কৰিলে। লোৰেনৰ ডিউক তেতিয়া নান্সী নগৰত পীড়িত অৱস্থাত আছিল। তেওঁ অতিশয় সদাশয় আৰু উন্নতমনা পুৰুষ,—লোৰেনে নিজৰ অসুস্থতা স্বত্বেও জোৱানৰ লগত সাক্ষাৎ কৰিলে। জোৱানৰ কথাত অভিজ্ঞ শাসনকৰ্তাৰ দৃঢ় বিশ্বাস হ'ল যে কুমাৰী গৰাকী নিঃসন্দেহে ঈশ্বৰানুগৃহীতা। ইয়াৰ পিছত জোৱান আকৌ ভকুলিয়াছ্‌লৈ নগৰলৈ উভতি আহিল।



অনুগামী সকলৰ সৈতে জোৱান

ছয়

## দফিনৰ লগত সাক্ষাৎ


তিমধ্যে জোৱানৰ আচৰিত কথা-কাহিনী চীনন নগৰত দফিনৰ কাণত পৰিল। ইফালে বব্রিকোর্ট আৰু অন্যান্য কেজনমান সম্ভ্রান্ত লোকৰ আৱেদনপত্রও দফিনৰ ওচৰ পালেগৈ। গতিকে, এই বিষয়ে দফিনৰ মনোযোগ আকৃষ্ট হ'ল। তেওঁ জোৱানক চীনন নগৰৰ ৰাজসভাত তেওঁৰ লগত দেখা কৰিবলৈ মাতি পঠালে।

ইফালে কিছু দিনৰ মূৰত জোৱানৰ কথা ডুমৰিমি গাঁৱতো প্রচাৰিত হ'ল, আৰু পিতাকমাকেও এই কথা শুনিবলৈ পালে। তেওঁৰ আত্মীয়স্বজন কেজনমান তৎক্ষণাৎ ভকুলিয়াছ্ নাগৰলৈ আহিল, আৰু ঘৰলৈ উভতি যাবলৈ জোৱানক সনির্বন্ধ অনুৰোধ কৰিলে। কিন্তু জোৱানৰ হৃদয় মুহূর্তৰ বাবে তেওঁৰ পিতাকমাক আৰু আত্মীয়স্বজনাদিৰ বাবে বিচলিত হলেও, পৰমুহূর্তত সেই ভাৱ দৃঢ়তাৰে ৰোধ কৰি কলে, "মোৰো ইচ্ছা হয় যে নিজৰ ঘৰলৈ ফিৰি যাওঁ; কিন্তু ভগৱানৰ আদেশ মই লঙ্ঘন কৰিব নোৱাৰোঁ। নিজৰ মনৰ সুখৰ বাবে, স্বদেশৰ মঙ্গল কামনা আৰু জন্মভূমিৰ উদ্ধাৰ বাসনা জলাঞ্জলি দি মই ভগৱানৰ

অভিশাপ মূৰ পাতি লব নোৱাৰোঁ। জন্মভূমিৰ সেৱা কৰাই মোৰ প্ৰধানতম কৰ্তব্য। মই এই কাৰ্যৰপৰা বিচলিত হৈ মহাপাতক আচৰিব নোৱাৰোঁ।" এই দৰে দৃঢ়তাৰে জোৱানে আত্মীয় বন্ধুবান্ধৱৰ ঐকান্তিক অনুৰোধ প্ৰত্যাখ্যান কৰিলে। তেওঁলোকে নিৰাশ মনেৰে ফিৰি যাবলৈ বাধ্য হ'ল।

বদ্ৰিকোৰ্টৰ কেজনমান বিশ্বাসী অশ্বাৰোহী সৈনিকৰ লগত জোৱানে টীনন নগৰলৈ যাত্ৰা কৰিলে। ডকুলিয়াৰ্ছৰপৰা টীনন নগৰ

ৰাজসভালৈ যাত্ৰা

প্ৰায় ৪৫০ মাইল দূৰ; বাটত বহুত বিপদ্ আছিল। এনে কি, জোৱানৰ লগৰ সৈনিক কেজনে মাজে মাজে বৰ ভয়ো পাইছিল; কিন্তু জোৱানে সকলোকে অভয় দি লৈ গ'ল। প্ৰায় দুসপ্তাহৰ মূৰত একো বাধা-বিঘিনি নোহোৱাকৈ তেওঁ টীনন নগৰ পালেগৈ।

যথাসময়ত জোৱান ৰাজসভাত উপস্থিত হ'ল। ৰাজসভাৰ অপূৰ্ব সৌন্দৰ্য আৰু অনুপম বৈচিত্ৰ্য দেখি তেওঁ বিস্ময় মানিলে।

দফিনৰ লগত সাক্ষাৎ

দফিনে জোৱানক পৰীক্ষা কৰিবৰ মনেৰে সাধাৰণ সাজ পিন্ধি সভাসদ্‌সকলৰ মাজত বহি আছিল, আৰু আন এজনক ৰাজ-পৰিচ্ছদ্ পিন্ধাই সিংহাসনত বহুৱাই থোৱা হৈছিল। কাৰণ, জোৱান যদি সঁচাকৈ ঈশ্বৰানু-গৃহীতা, তেনেহলে ৰজাক তেওঁ নিশ্চয় বিচাৰি উলিয়াব পৰিব। জোৱানে বিনীতভাৱে ৰাজসভাত প্ৰবেশ কৰিলে। ছদ্মবেশী দফিনক সভাৰ পাৰিষদৰ মাজত আৰু আন এজনক ৰাজবেশে সিংহাসনত বহি থকা দেখি অলপ হাঁহি দফিনৰ ওচৰলৈ তেওঁ আগ বাঢ়ি গ'ল, আৰু নতজানু হৈ কবলৈ ধৰিলে, মহামহিমান্বিত দফিন, আপোনাক আৰু আপোনাৰ ৰাজ্যক সহায় কৰিবলৈ মই

ভগৱানৰদ্বাৰা প্ৰেৰিত হৈছোঁ। ভগৱানৰ অনুগ্ৰহত আমাৰ সৈন্যৰ পৰাক্ৰমত ইংৰাজবাহিনী অৰ্লিন্স নগৰৰপৰা পলাই যাব। আপুনি এই শুভবাৰ্তা ৰাজ্যত ঘোষণা কৰি দিয়ক যে ঈশ্বৰ-প্ৰেৰিতা কুমাৰী জোৱানে ৰেইম্‌ছ্‌ নগৰত দফিনৰ ৰাজ্যাভিষেক কাৰ্য সম্পন্ন কৰিব।"

সভাসদ্‌সকল স্তব্ধ হৈ চাই থাকিল। দফিনে বিস্ময়সূচক স্বৰেৰে কলে, "ভগৱানৰ অনুগ্ৰহভিন্ন কাৰো এনেকৈ কবৰ সাধ্য নাই। মোৰ সম্পূৰ্ণ বিশ্বাস হৈছে যে তোমাক ভগৱানে আমাৰ উদ্ধাৰৰ কাৰণে প্ৰেৰণ কৰিছে।" জোৱানৰ ওপৰত দফিনৰ গভীৰ শ্ৰদ্ধা আৰু দৃঢ় বিশ্বাস জন্মিল। কিন্তু ৰাজ্যৰ মুখিয়াল লোকসকলৰ লগত পৰামৰ্শ নকৰাকৈ তেওঁ জোৱানক যুদ্ধলৈ প্ৰেৰণ কৰিবলৈ সাহ নকৰিলে। এই দেখি, তেওঁ জোৱানক পোৱেতিয়াৰ্ছ নগৰলৈ পঠাই দিলে।

দফিনৰ নিৰ্দেশমতে পোৱেতিয়াৰ্ছত বিখ্যাত ধৰ্ম-যাজক, শাস্ত্ৰজ্ঞ, নীতিবিদ্‌ আৰু খ্যাতনামা ৰাজনৈতিক পণ্ডিতসকলৰ এখন মহাসভা বহিল। জোৱান সেই সভাত উপস্থিত হ'লগৈ।

মহাসভাত

লাম্বাৰ্ট নামৰ এজন শিক্ষানীতিবিদে প্ৰশ্ন কৰিলে,—কোনে জোৱানক দফিনৰ ওচৰলৈ পঠালে। জোৱানে বিৰক্তিৰে উত্তৰ দিলে যে এদিন ভেৰা চৰাই থাকোঁতে, তেওঁ এটি আকাশীবাণী শুনিবলৈ পালে। সেই আকাশীবাণীয়ে তেওঁক কলে যে ফৰাছীবাসীসকলৰ ওপৰত ভগৱানৰ কৃপা হৈছে আৰু সেই নিমিত্তে তেওঁ ফ্ৰান্সৰ উদ্ধাৰৰ কাৰণে চেষ্টা কৰিব লাগে।

আন এজনে সুধিলে, যদি ভগৱানে ফ্ৰান্সক উদ্ধাৰ কৰিব খোজে,

তেনেহলে সৈন্য-সামন্তৰ আৱশ্যক কি? বিনাযুদ্ধে দেশোদ্ধাৰ হব নোৱাৰে জানো? জোৱানে ভালকৈ জানিছিল যে ইংৰাজসৈন্য, কেৱল ভগৱানৰ ওচৰত প্ৰাৰ্থনা আৰু উপবাস কৰিলেই, অধিকৃত ঠাই এৰি গুচি যোৱা বিধৰ মানুহ নহয়। তেওঁ কলে, "মানৱ কৰ্মকৰ্তা, ঈশ্বৰ ফলদাতা। আমি অস্ত্ৰশস্ত্ৰেৰে সুসজ্জিত হৈ যুদ্ধ কৰিলেহে ভগৱানে আমাক সহায় কৰিব।"

জোৱানৰ যুক্তিপূৰ্ণ কথা শুনি সভাৰ সকলোৱে তেওঁৰ কথা বিশ্বাস কৰিলে। কিন্তু ছেগন-বোলা পোৱেতিয়াছ বিশ্ববিদ্যালয়ৰ অধ্যাপক এজনে সুধিলে, "তুমি যে আকাশীবাণী শুনিছিলা, তাৰ স্বৰটো কেনেকুৱা আছিল?" জোৱানে ইমান পৰে বিনীতভাৱে সকলো প্ৰশ্নৰ উত্তৰ দি থাকিলেও, এইবাৰ এনে অভদ্ৰ প্ৰশ্নত তেওঁৰ ধৈৰ্যচ্যুতি ঘটিল। তেওঁ কলে, "সেই স্বৰ আপোনাৰ কণ্ঠস্বৰতকৈ ভাল আছিল।" কিন্তু ছেগন ইয়াতো ক্ষান্ত নহ'ল। তেওঁ পুনৰ্বাৰ প্ৰশ্ন কৰিলে, "তুমি ঈশ্বৰত বিশ্বাস কৰানে?" জোৱানে দৃঢ়তাৰে কলে, "আপোনাতকৈ বেছি দৃঢ় আৰু সবলভাৱে বিশ্বাস কৰোঁ।" ছেগনে আকৌ কলে, "ভাল প্ৰমাণ নোপোৱাকৈ তোমাক বিশ্বাস কৰিবলৈ ভগৱানে আমাক কোৱা নাই। যদিহে তুমি ইয়াতকৈ বেছি ভালকৈ তোমাৰ কাৰ্যকলাপ আৰু মনৰ কথা আমাৰ আগত ব্যক্ত নকৰা তেনেহলে কেৱল তোমাৰ মুখৰ কথাত বিশ্বাস কৰিয়েই দফিনক সৈন্য সামন্ত লগত দি তোমাৰ লগত ইংৰাজৰ বিৰুদ্ধে যুদ্ধলৈ পঠাবলৈ আমি পৰামৰ্শ দিব নোৱাৰোঁ। তুমি যদি সঁচাকৈ ভগৱদনুগৃহীতা, তেনেহলে তোমাৰ অলৌকিক কাৰ্যাৱলী আমাক দেখুৱা।" জোৱানে অধৈৰ্যেৰে কলে, "যাদুকৰৰ কোনো অলৌকিক কাৰ্য প্ৰদৰ্শন

কৰিবলৈ মই পোৱেতিয়াছ'লৈ অহা নাই। এদল দৈনিক লগত দি মোক অৰ্লিন্স নগৰলৈ পঠাই দিয়ক। অৰ্লিন্স উদ্ধাৰেই মোৰ পক্ষে ঐশীশক্তিৰ নিদৰ্শন হব।"

এইদৰে বহুত বাদানুবাদ আৰু সমালোচনাৰ পিছত পৰীক্ষক সকলে জোৱানৰ অনুকুলে মত প্ৰকাশ কৰিলে। আন্তৰিকতা থাকিলে ভগবানৰ সাক্ষাৎ লাভ অসম্ভৱ নহয়, এই কথা তেওঁলোকে স্বীকাৰ কৰিলে। জোৱানক যুদ্ধলৈ পঠালে একো অধৰ্মাচৰণ বা গৰ্হিত কাম কৰা নহয়, তাকে তেওঁলোকে দফিনলৈ লিখিলে। দফিনলৈ লিখা চিঠিত এইকেইটা কথাৰ উল্লেখ আছিল: ঈশ্বৰৰ প্ৰগাঢ় ভক্তি জোৱানৰ অন্তৰত পৰিলক্ষিত হয়। সেই হেতুকে, ঈশ্বৰৰ অনুগ্ৰহলাভ তেওঁৰ পক্ষে অসম্ভৱ নহয়। দ্বিতীয়তঃ, জোৱানে যুদ্ধলৈ যাওঁতে পুৰুষৰ সাজ পিন্ধিলেও একো দোষ নহয়। বাইবেল আৰু অন্যান্য ধৰ্মগ্ৰন্থত পোৱা যায় যে স্বদেশৰ উদ্ধাৰৰ অৰ্থে অনেক সময়ত তিৰোতায়ো পুৰুষৰ সাজ পিন্ধা প্ৰথা আছিল।

## সাত

### যুদ্ধযাত্ৰা



ৰেতিয়াছৰ মহাসভাৰ সভ্য-সকলৰপৰা অনুকূল মত পাই দফিন আনন্দিত হ'ল, আৰু এই মৰ্মে ৰাজ্যত এখন ঘোষণাপত্ৰ প্ৰচাৰ কৰিলে, "কুমাৰী জোৱান ডা'ৰ্কে দুৰ্দশা-গ্ৰস্ত দাসত্বশৃঙ্খলিত ফ্ৰান্সক শত্ৰুৰ কবলৰপৰা উদ্ধাৰ কৰিবলৈ ভগৱানৰ প্ৰেৰণা লাভ কৰিছে। মই এই কথাৰ সত্যতা নিজে প্ৰমাণ কৰি পাইছোঁ। দেশৰ প্ৰধান পণ্ডিতসকলেও প্ৰকাশ্যে আৰু গোপনে অনুসন্ধান কৰি প্ৰমাণ পাইছে যে জোৱানে যথাৰ্থতে ঈশ্বৰৰ অনুগ্ৰহ লাভ কৰিছে। গতিকে, আমি স্বদেশ আৰু স্বজাতিৰ উদ্ধাৰৰ অৰ্থে, সৈন্যসামন্ত লগত দি তেওঁক যুদ্ধলৈ পঠাবলৈ আয়োজন কৰিছোঁ।" ৰাজ্যৰ জনগণে এই ঘোষণাপত্ৰ পাঠ কৰি সন্তোষ পালে।

দফিনৰ ঘোষণা

কেজনমান ৰণকৌশলী সৈনিকে জোৱানক যুদ্ধবিদ্যা শিকাবলৈ ধৰিলে। অতি অলপ কালৰ ভিতৰতে তেওঁ সকলো প্ৰকাৰ কৌশলকে অধিগত কৰিলে। ইয়াৰ পিছত তেওঁ যুদ্ধযাত্ৰাৰ বাবে সাজু হ'ল। হাতত যীশুৰ নামাঙ্কিত পতাকা লৈ যুদ্ধবেশে সজ্জিতা হৈ, এদল

যুদ্ধশিক্ষা

সুশিক্ষিত সৈন্যৰ লগত জোৱানে শুভদিনত শুভক্ষণত যুদ্ধযাত্রা কৰিলে। তেওঁৰ কঁকালত পাঁচোটা ক্রুছচিহ্ন থকা তৰোৱাল এখন শোভা পালে। এই তৰোৱালৰ বিষয়ে এই দৰে কথিত আছে যে জোৱানে দৈৱবাণীৰ সহায়ত টুৰ নগৰত এটা ধৰ্মমন্দিৰৰ পাছৰ ফালে, এই তৰোৱালখনি মাটিত পোত খাই থকা বুলি জানিছিল। তেওঁৰ নির্দেশমতে, মাটি খানি এই তৰোৱাল বাহিৰ কৰা হৈছিল।

জোৱানৰ আবিৰ্ভাৱত দেশত অপূৰ্ব আনন্দৰ সঞ্চাৰ হ'ল। প্রত্যেকৰে নৈৰাশ্যপূৰ্ণ হৃদয়ত আকৌ আশাৰ উদয় হ'ল। সকলোৱে তেওঁক প্রাণ খুলি আশীৰ্বাদ দিলে। সৈন্যদলৰ মাজতো নতুন উৎসাহ, নতুন জীৱনৰ সঞ্চাৰ অনুভূত হবলৈ ধৰিলে। জোৱানে সৈন্যদলত সোমাই পোন প্রথমে সৈনিকসকলৰ চৰিত্র সংশোধনত মনোযোগ দিলে। পূৰ্বে সৈন্যসকলৰ মাজত অশ্লীল আমোদ, সুৰাপান আদি চলিত আছিল। তেওঁ বিশেষ পুৰুষাৰ্থ কৰি সেই আন্যায় আচাৰ ব্যৱহাৰবোৰ দূৰ কৰিলে, আৰু যাতে ঈশ্বৰ-উপাসনা আদিৰদ্বাৰা সৈনিকসকলৰ নৈতিক জীৱন উন্নত হয়, তাৰ ব্যৱস্থা কৰিলে। ফলত, সৈন্যদলৰ মাজত অভূতপূৰ্ব পৰিবৰ্তন ঘটিত। তেওঁলোকৰ মনত স্বদেশোদ্ধাৰৰ কাৰণে নতুন উন্মাদনাৰ জোৱাৰ আহিল। স্বদেশৰ অৰ্থে আত্মোৎসৰ্গ কৰিবলৈ সৈন্যসকলৰ মাজত নতুন অনুপ্রেৰণা পৰিলক্ষিত হ'ল। বহু বছৰৰ সঞ্চিত জড়তা আৰু সুষুপ্তি তেওঁলোকৰ অন্তৰৰপৰা ক্রমাৎ আঁতৰি গ'ল।

## অর্লিন্স উদ্ধাৰৰ আগ-যোগ

ফিনক স্পেইন নাইবা স্কটলণ্ডলৈ খেদি দি সমগ্ৰ ফ্ৰান্স নিজৰ কৰায়ত্ত কৰাৰ ষড়যন্ত্ৰ কৰি, ইংৰাজ সেনাপতিয়ে ১৪২৮ খৃষ্টাব্দত অৰ্লিন্স নগৰ অৱৰোধ কৰিছিল। যাতে শত্ৰু সৈন্যই কোনো প্ৰকাৰে ইংৰাজ সৈন্যক পৰাস্ত কৰিব নোৱাৰে, তাৰ অৰ্থে সেনাপতিসকলে সৈন্যবাহিনীক বিশেষ মনোযোগেৰে শিক্ষা দিবলৈ ধৰিলে। ১৪২৯ চনৰ মাৰ্চ মাহৰ মাজভাগত নৰ্মাণ্ডিৰ সৈন্য এদল আহি ইংৰাজৰ লগত যোগ দিলে। ইংৰাজ বাহিনী অতিশয় পৰাক্ৰমী হৈ উঠিল।

লয়েৰ নদীৰ উত্তৰ পাৰে অৰ্লিন্স নগৰ অৱস্থিত। দক্ষিণ পাৰে সৰু এটা দুৰ্গ। দুৰ্গ আৰু নগৰৰ মাজত একমাত্ৰ যোগাযোগৰ উপায় নদীৰ ওপৰত সুৰক্ষিত এখন সেতু। দুৰ্গৰ কাষেদি নগৰীয়াসকলৰ অহা-যোৱা বাট। ইংৰাজ সৈন্যই বহু চেষ্টা কৰি, ক্ষুদ্ৰ ফৰাচী সৈন্যবাহিনীক পৰাস্ত কৰি এই দুৰ্গ অধিকাৰ কৰিলে। দুৰ্গৰ ভিতৰৰপৰা গুলীয়াই তেওঁলোকে নগৰবাসীসকলৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰিলে। নদীৰ ওপৰত যিবোৰ স্ৰোতচালিত কল আছিল, সেইবোৰ তেওঁলোকে ধ্বংস কৰাত,

নগৰৰ মানুহে নগৰৰ ভিতৰত আন উপায়ে যন্ত্ৰাদি নিৰ্মাণ কৰাই কাম চলাবলৈ ধৰিলে।

এনেবোৰ প্ৰতিকূল অৱস্থাকৈ ভ্ৰূক্ষেপ নকৰি জোৱানে সদলবলে অৰ্লিন্স্ নগৰলৈ যাত্ৰা কৰিলে। তেওঁ ফৰাছী সেনাপতি ডুনিয়ছৰ সৈন্যসকলক কলে, "যি বাটেদি অতি শীঘ্ৰে অৰ্লিন্স্ পোৱা যায়, সেই বাটেদি মোক লৈ যোৱা।" কিন্তু সৈন্যসকলে জোৱানৰ কোনো কথাৰ উত্তৰ নিদি, সেনাপতিৰ পূৰ্বনিৰ্দিষ্ট বাটেদি জোৱানক লৈ গ'ল। জোৱানে এই কথা আগেয়ে বুজিব পৰা নাছিল। কিন্তু নগৰৰ ওচৰ পাই তেওঁ বুজিলে যে ইংৰাজৰ অধিকৃত সেতু পাৰ হৈ তেওঁলোকে নগৰত সোমাব লাগিব। তেতিয়া তেওঁ জানিলে, সৈন্যসকলে প্ৰকাৰান্তৰে তেওঁক প্ৰতাৰণা কৰিলে। অনুসন্ধান কৰি তেওঁ জানিব পাৰিলে যে ডুনিয়ছৰ আদেশ অনুসৰিহে সৈন্যসকলে এই কাম কৰিছে। জোৱানক অহা দেখি ডুনিয়ছে, অৰ্লিন্সৰপৰা নাৱেৰে নদী পাৰ হৈ তেওঁক নিবলৈ আহিল। জোৱানে খং কৰি ডুনিয়ছক সুধিলে, "আপুনি মোক এই বাটেৰে কিয় অনালে?" ডুনিয়ছে উত্তৰ দিলে, "মই অন্যান্য সেনাপতিসকলৰ লগত পৰামৰ্শ কৰি জানিব পাৰিছিলোঁ যে এই বাটেদিয়েই বিপদৰ সম্ভাৱনা আটাইতকৈ কম।" জোৱানে অসন্তোষ প্ৰকাশ কৰি কলে, "আপোনালোকক ভগৱানতকৈও বেছি জ্ঞানী যেন পাইছোঁ।"

জোৱানে পিছদিনা নিৰাপদে অৰ্লিন্সত প্ৰবেশ কৰিলে। ইংৰাজসকলে একপ্ৰকাৰ উপেক্ষা কৰিয়েই তেওঁক একো বাধা নিদিলে। নগৰত সোমাই তেওঁ পোন প্ৰথমে গিৰ্জালৈ গৈ একান্তমনে উপাসনা কৰিলে। তাৰ পিছত ঘোঁৰাত উঠি এবাৰ সমস্ত নগৰ পৰিভ্ৰমণ

কৰি আছিল। নগৰীয়া প্ৰজাসকল তেওঁৰ শুভাগমনত অতিশয় আনন্দিত হ'ল। জোৱানে সকলোকে সমুচিত শ্ৰদ্ধা, মৰম, সম্মান জনাই নিজ কৰ্ত্তব্যত মনোনিবেশ কৰিলে।

অযথা ৰক্তপাত কৰা জোৱানৰ উদ্দেশ্য নাছিল। এই কাৰণে তেওঁ ইংৰাজ সেনাপতিলৈ এই মৰ্মে এখন চিঠি লিখিলে, "ইংলণ্ডৰ মহামান্য ৰজা, জমিদাৰ সকল, সেনাপতিবৃন্দ, ভগৱানৰ আদেশ শিৰোধাৰ্য কৰি, স্বদেশৰ উদ্ধাৰৰ অৰ্থে মই প্ৰবৃত্ত হৈছোঁ। আপোনালোকৰ ওচৰত মোৰ সনিৰ্বন্ধ অনুৰোধ, অবিলম্বে আপোনালোকে নগৰৰ চাবি আমাক গতাই দি ইয়াৰপৰা ছাউনী তুলি লৈ গুচি যাওক। যদি আপোনালোক সম্মত হয়, তেনেহলে মই শান্তি স্থাপন কৰিবলৈ সম্পূৰ্ণ ৰাজী আছোঁ। ইংৰাজ সৈনিকসকল, তোমালোকে ইয়াত কোনো অশান্তিৰ সৃষ্টি নকৰি, নগৰ পৰিত্যাগ কৰি গুচি যোৱা। যদি নোযোৱা, তেনেহলে মই ৰক্তপাত কৰিবলৈ বাধ্য হম, আৰু তোমালোকক ইয়াৰপৰা উলিয়াই দিম। ইংলণ্ডৰাজ, এই ৰাজ্য আপোনাৰ নহয়, দফিনৰ; দফিন চাৰ্লছ্ হে ইয়াৰ প্ৰকৃত উত্তৰাধিকাৰী। ভগৱানে সেই কথা জানে, আৰু তাকে মই ঘোষণা কৰিছোঁ। অযথা ৰক্তপাত কৰা মোৰ উদ্দেশ্য নহয়; আৰু, মোৰ বিশ্বাস, আপোনালোকেও সেই কথা স্বীকাৰ কৰিব।"

ইংৰাজ সেনাপতিলৈ চিঠি

দুজন পত্ৰবাহকে চিঠি লৈ ইংৰাজৰ শিবিৰলৈ যাত্ৰা কৰিলে। চিঠি পাই ইংৰাজ সৈন্যসকলে, ইয়াক অবোধ বালিকাৰ মানসিক উত্তেজনা বুলি ঠাট্টা কৰিলে, আৰু পত্ৰবাহক দুজনৰ এজনক ওভোতাই পঠাই, আনজনক পুৰি মাৰিবলৈ বন্দী কৰি ৰাখিলে। যিজনে ইংৰাজশিবিৰপৰা ফিৰি আহি এই অপমানসূচক বাতৰি

দিলে, তেওঁক আকৌ জোৱানে ইংৰাজসৈন্যৰ শিবিৰলৈ যাবলৈ আদেশ কৰিলে। তেওঁ যাবলৈ অসম্মত হোৱাত, জোৱানে পত্ৰবাহকজনক অভয় দি কলে যে ইংবাজ সৈন্যই তেওঁৰ একো অনিষ্ট সাধন নকৰে। এই আশ্বাসবাণী পাই সৈনিকজন আকৌ ইংৰাজৰ শিবিৰলৈ গ'ল। কোনো ঐতিহাসিকে কয় যে এইবাৰ ইংৰাজ সৈন্যই আগৰ বন্দী ফৰাছী সৈন্যজনকো এৰি দিলে, আৰু দুয়োকে সসম্মানে ওভোতাই পঠালে। আন এদলে কয় যে ইংৰাজ সৈন্যই যিজন মানুহক বন্দী কৰি ৰাখিছিল, তেওঁক পুৰি মাৰিবলৈ এনে কি চিতাও সাজিছিল; কিন্তু কিছুমানে এই গৰ্হিত কামত আপত্তি কৰাত, আন্তৰ্জাতিক নিয়মমতে, এই মানুহজনক পুৰি মৰাত কিবা প্ৰকাৰে অবৈধ হব নেকি, সুধি ইংৰাজৰ সৈন্যাধ্যক্ষই পেৰিছ বিশ্ববিদ্যালয়লৈ চিঠি লিখিলে। ইফালে পেৰিছৰপৰা কোনো উত্তৰ আহিবলৈ নৌপাওঁতেই, ফৰাছী সৈন্যই ইংৰাজক অৰ্লিন্সৰপৰা খেদাই দিলে। ফৰাছী সৈন্যই তেওঁলোকৰ বন্দী-পত্ৰবাহকক মুক্ত কৰি লৈ আহিল।

ইংৰাজৰ এই নীতিবিগৰ্হিত কাৰ্যত জোৱান অতিশয় ক্ষুণ্ণ হলেও তেওঁৰ ধৈৰ্যচ্যুতি নঘটিল। ফৰাছীসকলৰ ছাউনীৰ ওচৰতে ইংৰাজ সৈন্যৰ এটা ছাউনী আছিল। জোৱানে দুৰ্গৰ ওপৰত উঠি নিজৰ চিঠিৰ প্ৰস্তাৱটো ডাঙৰকৈ মাতি, ইংৰাজ সৈন্যক তেওঁৰ মনৰ অভিপ্ৰায় জ্ঞাপন কৰিলে। কিন্তু ইয়াৰ ফল বিপৰীত হ'ল। তেওঁলোকৰ মনৰ গতিৰ পৰিবৰ্তন হব থাওক, ইংৰাজ সেনাপতিৰ ধৈৰ্যচ্যুতি হ'ল। আন উপায় অসম্ভৱ দেখি জোৱান যুদ্ধৰ আয়োজনত প্ৰবৃত্ত হ'ল।

## যুদ্ধাৰম্ভ



ষ্টীয় ১৪২৯ চনৰ মেই মাহৰ ৬ তাৰিখে ফৰাছী সেনাপতি ডুনিয়ছে গোপনে বাতৰি পালে যে ইংৰাজ সেনাপতি ফাস্টফৰ অধীনত এদল সৈন্য পেৰিছৰপৰা অৰ্লিন্স্ অভিমুখে আহিব লাগিছে। এই বাতৰি পাই জোৱানে বিশেষ আনন্দ পালে। তেওঁ ডুনিয়ছক আদেশ দিলে,—"ফাষ্টফ্ আহি পালেই মোক জনাব। যদি ইংৰাজ সেনাপতিয়ে কোনো বাধা নোপোৱাকৈ ইয়াৰপৰা গৈ দুৰ্গত সোমায়, তেনেহলে আপোনাৰ মূৰ মোৰ তৰোৱালৰ আগত।" ডুনিয়ছে বিনীত উত্তৰ দিলে, "ভয় কৰিব নালাগে। মই আপোনাক যথাসময়ত সংবাদ দিম।"

অতিপাত পৰিশ্ৰমত জোৱান বৰ ভাগৰি পৰিছিল। তেওঁ অলপ জিৰণি লবলৈ শুই পৰিল। ইফালে ডুনিয়ছে মনে মনে অৰ্লিন্সৰ বাহিৰত থকা চেণ্ট্ লুপ্ বোলা ইংৰাজৰ দুৰ্গ এটা আক্ৰমণ কৰিলে। বহুতে অনুমান কৰে যে ব্লয় নামৰ নগৰৰপৰা অৰ্লিন্সৰ অধিবাসীসকললৈ যি খাদ্যসম্ভাৰ পঠোৱা হৈছিল, তাক যাতে ইংৰাজ সৈন্যই বাট আগচি ধৰি কাঢ়ি আনিব নোৱাৰে,

সেই উদ্দেশ্যেই ফৰাছী সেনাপতিয়ে ইংৰাজৰ দুৰ্গটো লবলৈ পাৰিছিল। শুনিয়ছ, যেতিয়া ইংৰাজ সৈন্যসকলৰ লগত যুদ্ধত ব্যস্ত, তেতিয়া হঠাৎ জোৱানৰ টোপনি ভাগিল। তেওঁ জাঁপ মাৰি উঠি কলে, "সপোনত দেখিলোঁ, ভগৱানে মোক ইংৰাজৰ বিৰুদ্ধে এতিয়াই যুদ্ধ কৰিবলৈ ওলাই যাবলৈ আদেশ দিছে। কিন্তু ক'ত যুঁজ লাগিব, তাৰ একো নিৰ্ণয় কৰিব নোৱাৰিলোঁ।"

এই বুলি তেওঁ তৎক্ষনাৎ যুদ্ধৰ সাজ পিন্ধি অস্ত্ৰশস্ত্ৰ আৰু সৈন্য এদল লৈ যাত্ৰা কৰিলে। নগৰৰ দুৱাৰত অস্ত্ৰৰ ঝনঝনি আৰু কোলাহল শুনিবলৈ পোৱা গ'ল। তড়িদ্বেগে ঘোঁৰা চেকুৰাই জোৱান তালৈ গৈ সৈন্যৰ মাজত উপস্থিত হ'ল। আৰু দেখিলে, ইংৰাজ সৈন্যৰ বিক্ৰমত তিষ্ঠিব নোৱাৰি, ফৰাছী সৈন্য চৌদিশে পলাব লাগিছে। ফৰাছী সৈন্যৰ এনে কাপুৰুষালি দেখি জোৱান বৰ লজ্জিত হ'ল। কিন্তু তেওঁ বিন্দুমাত্ৰও বিচলিত নহৈ, উৎসাহ বাক্যেৰে সৈন্যসকলক সাহ দিবলৈ ধৰিলে।

দুৰ্গ অধিকাৰ

জোৱানৰ উত্তেজনাত সৈন্যসকলে নিজৰ দুৰ্বলতা উপলব্ধি কৰি, আৰু নিজৰ কাপুৰুষতাক ধিক্কাৰ দি আকৌ ফিৰি গৈ যুদ্ধত প্ৰবৃত্ত হ'ল। জোৱানে নিজে সাক্ষাৎ ৰণচণ্ডীৰ মূৰ্তি ধৰি যুদ্ধ পৰিচালনা কৰিবলৈ ধৰিলে। এইবাৰ ইংৰাজ সৈন্য উফৰি গ'ল। তেওঁলোকে বীৰাঙ্গনাৰ অপ্ৰতিহত আক্ৰমণৰ তেজ সহিব নোৱাৰি, পলাই ৰক্ষা পৰিল। ফৰাছী জাতিৰ ভাগ্যৰবি উদয় হ'ল। জোৱানে দুৰ্গ অধিকাৰ কৰিলে।

এই যুদ্ধত ফৰাছী পক্ষৰ নিচেই কম ক্ষতি হ'ল। ইংৰাজ সৈন্য প্ৰায় ডেৰশজন হতাহত হোৱাৰ উপৰিও যুদ্ধসম্ভাৰ বহুতো ফৰাছীৰ হাতত পৰিল। বন্দীবিলাকৰ ভিতৰত কিছুমান সৈন্যই

জোৱানৰ হাতৰপৰা উদ্ধাৰ পাবলৈ ধৰ্মযাজকৰ বেশ লৈছিল। জোৱানে এই চাতুৰী বুজি পাইছিল যদিও তেওঁ ঠাট্টাৰ ছলেৰে হাঁহি হাঁহি তেওঁলোকক মুক্তি দি কলে, "আমি ধৰ্মযাজকৰ অৱমাননা কৰিব নোৱাৰোঁ।" যুদ্ধৰ পিছত জোৱানে ভগৱানৰ ওচৰত প্ৰাৰ্থনা আৰু ধন্যবাদ জ্ঞাপন কৰিলে, আৰু অকাৰণে নৰহত্যা হোৱাৰ বাবে বৰকৈ কান্দিলে। ইফালে ইংৰাজ সেনাপতি টেলবটে, যুদ্ধৰ ফলাফলৰ বাতৰি পাই, এদল সৈন্য লৈ আগ বাঢ়ি আহিল, কিন্তু দুৰ্গ ফৰাছী সৈন্যৰ হস্তগত হোৱা বুলি বাটতে খবৰ পাই, উভতি গ'ল।

দুৰ্গ অধিকাৰ কৰাৰ পিছতো পৰাপক্ষত জোৱানে যুদ্ধলৈ ইচ্ছা কৰা নাছিল। তেওঁ আকৌ এবাৰ ইংৰাজসকলক নগৰ পৰিত্যাগ কৰি যাবলৈ অনুৰোধ জনালে। তেওঁ লয়েৰ নদীৰ ওপৰত থকা সেতুৰ এমূৰে থিয় দি, আন পাৰত থকা ইংৰাজ সেনাপতিক জনালে যে ভগৱানৰ ইচ্ছা অনুসৰি ইংৰাজে এই ৰাজ্য এৰি যাব লাগে। কিন্তু ইংৰাজসকলে আকৌ তেওঁক নানাপ্ৰকাৰ কটূক্তি বৰ্ষণ কৰি অপমানিত কৰিলে। তেতিয়া জোৱানে আকৌ চিঠি এখন লিখাই ইংৰাজ সেনাপতিলৈ পঠালে। তাত লিখা আছিল—"আপোনালোকলৈ অনুৰোধ-পত্ৰ পঠোৱা মোৰ এয়ে শেষবাৰ। মই চিঠিখন ভদ্ৰভাৱেই পঠালোহেঁতেন; কিন্তু মোৰ পূৰ্বৰ পত্ৰ বাহকক আপোনালোকে নীচভাৱে অত্যাচাৰ কৰা হেতুকে, এই বাৰৰ চিঠি কাঁড়ৰ আগত বান্ধি, কাঁড় মাৰি পঠাবলৈ বাধ্য হলোঁ। আপোনালোকে এতিয়াও যদি বন্দী কৰি থোৱা মোৰ সৈন্য-কেজনক মুক্তি দিয়ে, তেনেহলে আপোনালোকৰ বন্দী সৈন্য-বিলাককো মই মুক্তি দিম।"

ইংৰাজ সেনাপতিয়ে চিঠি পাই আগৰ দৰে নানা অকথ্য কথাৰে জোৱানক গালি পাৰিলে। জোৱানৰ মনত বৰ দুখ লাগিল। কিন্তু ভগৱানৰ আদেশ মূৰ পাতি লৈ তেওঁ বৰ্তমান যুদ্ধত প্ৰবৃত্ত হৈছে, গতিকে ইয়াত ৰক্তপাত হলেও জোৱান তাৰ বাবে জগৰীয়া নহয়। এই ভাবি তেওঁ সান্ত্বনা বিচাৰিলে।

জোৱানৰ অমিত পৰাক্ৰম আৰু অসামান্য ৰণনৈপণ্য দেখি অতিশয় নিপুণ যোদ্ধাসকলেও বিস্ময় মানিলে। কিন্তু কেজনমান স্বাৰ্থান্বেষী সৈন্যাধ্যক্ষই ভাবিলে যে জোৱানৰ অসাধৰণ কাৰ্যকলাপৰ আগত তেওঁলোকৰ মান-সম্ভ্ৰম সকলো নষ্ট হবৰ উপক্ৰম হ'ল। তেওঁ-লোকে উদ্দেশ্য সাধনৰ পথত অন্তৰায় হবলৈ ষড়যন্ত্ৰ কৰিলে। এনে কি, সেনাপতি ডুনিয়াছেও জোৱানৰ আগত প্ৰস্তাৱ কৰিলে যে বৰ্তমানলৈ যুদ্ধ স্থগিত ৰখাই ভাল। কাৰণ ফ্ৰান্সৰ সমৰ-পৰিষদৰ, বৰ্তমান শত্ৰুৰ বিপক্ষে কোনো অভিযান প্ৰেৰণ কৰা উদ্দেশ্য নহয়। জোৱানে বিৰক্ত হৈ দৃঢ়ভাৱে কলে, "আপোনালোকে সমৰ-পৰিষদৰ মতামতলৈ চাই থাকক; সেইটো মোৰ কাম নহয়। কালিলৈ যুদ্ধ হব। সৈন্যবিলাকক সাজু হবলৈ আদেশ দিয়ক।"

পিছ দিনা পুৱাই জোৱানে সকলো সৈন্যকে ভগৱানৰ ওচৰত যুদ্ধ জয়ৰ কাৰণে প্ৰাৰ্থনা কৰিবলৈ অনুৰোধ কৰিলে, আৰু নিজেও গভীৰ আন্তৰিকতাৰে প্ৰাৰ্থনা জনালে। প্ৰাৰ্থনাৰ অন্তত তেওঁ বহুসংখ্যক সৈন্য লৈ আন এটা দুৰ্গ আক্ৰমণ কৰিবলৈ আগ বাঢ়ি গ'ল। আগ দিনৰ যুদ্ধত ফৰাছী সৈন্যই জয়লাভ কৰি আৰু জোৱানৰ সাহসত অনুপ্ৰাণিত হৈ, সিদিনা তীব্ৰ উৎসাহেৰে যুদ্ধ আৰম্ভ কৰিলে। কিন্তু ইংৰাজবিলাকেও, আগদিনাখন পৰাস্ত

হৈ, সিদিনা মৰি-পৰি শত্ৰুৰ লগত ৰণ দিলে। দুয়ো পক্ষৰ তয়ামগ্না যুঁজ লাগিল। ইংৰাজ সেনাপতি গ্লাছডেলে অপূৰ্ব ৰণ নৈপুণ্য দেখুৱাই সৈন্য পৰিচালনা কৰিবলৈ ধৰিলে।

এই দৰে বহুত সময় যুদ্ধ কৰা স্বত্বেও, ইংৰাজ সৈন্যই আত্মসমৰ্পণ কৰা নাই দেখি, জোৱানে জখলা লগাই দুৰ্গৰ প্ৰাচীৰত উঠিবলৈ ধৰিলে। এনেতে শত্ৰুপক্ষৰ কাঁড় এপাট আহি অকস্মাৎ তেওঁৰ ডিঙিত পৰিল। জোৱান মাটিত বাগৰি পৰিল। এই সুযোগতে শত্ৰুসৈন্যই তেওঁক বন্দী কৰিবলৈ বিচাৰিলে; কিন্তু ফৰাছী সৈন্যৰ বাধা পাই তেওঁলোকে আগুৱাব নোৱাৰিলে। জোৱানৰ ক্ষতস্থানৰপৰা তেজ ববলৈ ধৰিলে। লাহে লাহে তেওঁ যেতিয়া প্ৰকৃতিস্থ হ'ল, তেতিয়া ক্ষণিক দুৰ্বলতাৰ কাৰণে তেওঁ বৰ লাজ পালে। কাঁড়পাট টানি উলিয়াই পেলাই নিজ হাতেৰে ঘাত দৰৱ লগালে। বিষ ক্ৰমান্বয়ে কমি আহিল। যি গুৰুভাৰ জোৱানৰ ওপৰত ন্যস্ত হৈছে, তাৰ কথা সুঁৱৰি তেওঁ আকৌ নতুন শক্তি সঞ্চয় কৰিলে। কিছু পৰ নিৰ্জনত বহি তেওঁ ঈশ্বৰক উপসনা কৰিলে, আৰু প্ৰাৰ্থনাৰ অন্তত পূৰ্বতকৈও বেছি উৎসাহেৰে যুদ্ধ পৰিচালনা কৰিবলৈ ধৰিলে।

যুদ্ধত জয় লাভৰ আশা নাই,—সেনাপতি দুনিয়ছে ফৰাছী সৈন্য-সকলক ৰণক্ষেত্ৰৰপৰা আঁতৰাই নিয়াৰ অভিমত প্ৰকাশ কৰিলে।

অৰ্লিন্স উদ্ধাৰ

জোয়ানে এই কাপুৰুষোচিত কথাৰ ঘোৰ নিন্দা কৰি, সৈন্যসকলক দুগুণ উৎসাহেৰে উৎসাহিত কৰিবলৈ ধৰিলে। এইবাৰ ইংৰাজ সৈন্য বেছি সময় স্থিৰ হৈ থাকিব নোৱাৰিলে। ফৰাছী সৈন্যই শত্ৰুপক্ষক হৰুৱাই, ইংৰাজৰ অধিকৃত দুৰ্গ পুনৰায় নিজৰ হস্তগত কৰিলে। ইংৰাজ সেনাপতি গ্লাছডেল

আদি বহুতো সৈনিক সেতু পাৰ হৈ পলাবলৈ ধৰিলে। এনেতে বিপক্ষ দলৰ কামানৰ গোলা এটা আহি সেতুখন ভাঙি চূৰ্ণীকৃত কৰি পেলালে। হতভাগ্য সেনাপতি আৰু তেওঁৰ অনুচৰবিলাকে আকস্মিকভাৱে নদীৰ পানীত প্ৰাণ বিসৰ্জন দিলে। এই শোচনীয় দৃশ্য দেখি জোৱানৰ নাৰী হৃদয় বিচলিত হ'ল। তেওঁ ততালিকে কেজনমান মানুহক নাও এখনে সৈতে তেওঁলোকৰ উদ্ধাৰৰ অৰ্থে পঠালে। কিন্তু নাও গৈ নৌপাওঁতেই সৈনিকেজন নৈৰ পানীত অদৃশ্য হ'ল। জোৱানে অশ্ৰুসম্বৰণ কৰিব নোৱাৰিলে। এই যুদ্ধত ইংৰাজ পক্ষই আঠ-দহ হেজাৰমান আৰু ফৰাছীসকলে এশ-ডেৰশমান সৈন্য হেৰুৱালে।

উপায়ন্তৰ নাপাই ইংৰাজসকলে সদলবলে অৰ্লিন্স্ পৰিত্যাগ কৰিলে। জোৱানৰ অশেষ পৰিশ্ৰম আৰু কৰ্তব্যনিষ্ঠাৰ গুণত অৰ্লিন্স্ নগৰী বিদেশী শাসনৰপৰা মুক্ত হ'ল। এই অৰ্লিন্সৰ যুদ্ধৰ ফলাফলৰ ওপৰতেই ফ্ৰান্সৰ ভবিষ্যত ঘাইকৈ নিৰ্ভৰ কৰিছিল। অৰ্লিন্স্ উদ্ধাৰৰ লগে লগে ফৰাছীসকলে তেওঁলোকৰ ভাগ্যোদয়ৰ কথা সম্যক্‌ৰূপে বুজি পালে। অৰ্লিন্সৰ অধিবাসীসকলে জোৱানৰ অতিমানৱীয় কাৰ্যকলাপৰ কথা ইমান দিনে শুনি আহিছিল: এইবাৰ চকুৰ আগতে এই দৈৱশক্তিসম্পন্ন কুমাৰীৰ অমিত বিক্ৰম দেখি সকলো স্তব্ধ হ'ল; অৰ্লিন্স্‌বাসীয়ে নিজক কৃতাৰ্থ মানিলে।

কিন্তু জোৱানে ভালকৈ বুজাই দিলে যে সকলো কামৰ গুৰিতে ভগৱানৰ অনুগ্ৰহ। ভগৱদনুগ্ৰহ নহলে কোনোৱে একো কামতে সিদ্ধিলাভ কৰিব নোৱাৰে। ভগৱানত ভক্তি জোৱানৰ অতিশয় দৃঢ় আছিল। অলেখ সৈন্যৰ তুমুল যুদ্ধ, কাণ ফালি যোৱা

কোলাহল—তাৰ মাজতো তেওঁ এক মুহূৰ্তৰ বাবেও ভগৱানক পাহৰা নাছিল, আৰু আনন্দত অধিৰ হলেও তেওঁৰ মন সদায় ভগৱানৰ চিন্তাত নিবিষ্ট আছিল। অৰ্লিন্স্ ইংৰাজৰ হাতৰপৰা উদ্ধাৰ কৰাৰ পিছত উপাসনাৰ এটা বিশেষ বন্দৱস্ত কৰিলে। একযোগে বহুসংখ্যক মানুহে লগ লাগি ভগৱানৰ ওচৰত তেওঁ-লোকৰ আন্তৰিক কৃতজ্ঞতা নিবেদন কৰিলে। তাৰ পিছত সকলোৱে এক বিৰাট সম-দলত মিলিত হৈ নগৰ পৰিভ্ৰমণ কৰিলে। এতিয়াৰপৰা জোৱান 'অৰ্লিন্স কুমাৰী' ( maid of Orleans ( নামে অভিহিতা হ'ল।

## অৰ্লিন্সৰ পিছত



র্লিন্স্ উদ্ধাৰ কৰি জোৱানে সসৈন্যে ব্লয় নগৰলৈ যাত্ৰা কৰিলে, আৰু তাৰপৰা টুৰ নগৰলৈ অগ্ৰসৰ হ'ল। দফিন সেই সময়ত টুৰ নগৰত ছাউনি পাতি আছিল। দফিনে তেওঁক সসম্মানে অভিনন্দিত কৰিলে। নগৰীয়া মানুহবিলাকে জোৱানৰ শুভাগমনত মহা আনন্দ লাভ কৰিলে। জোৱানৰ ওপৰত সাধাৰণ মানুহৰ এনে এটা বিশ্বাস হৈছিল যে তেওঁ সৰ্বশক্তিমতী। কেৱল নিজৰ দেশীয় মানুহৰ মনতে নহয়, ইংৰাজ সৈন্যৰ মাজতো এনে ভাৱৰপৰাই এটা অমানুষিক আতঙ্কৰ সৃষ্টি হৈছিল। এজন ঐতিহাসিকে কৈছে যে ইংৰাজ সৈন্যবিলাকে ছাউনীত বহি নানা অকথ্য কথাৰে জোৱানক নিন্দা কৰিছিল যদিও, তথাপি সম্মুখ সমৰত কোনোৱে তেওঁৰ আগত পৰিবলৈ সাহ নকৰিছিল। জোৱানে সৈন্যদলৰ নেতৃত্ব লোৱা দিনৰপৰা, ফৰাচী সৈন্যৰ লগত যুদ্ধত ইংৰাজৰ পৰাজয়ৰ ইও এটা প্ৰধান কাৰণ। কেৱল জোৱানৰ জীৱিতাৱস্থাতে নহয়, তেওঁক নিষ্ঠুৰভাৱে হত্যা কৰাৰ বহুদিন পিছলৈও ফৰাচী সৈন্যৰ মাজত এটা নতুন উৎসাহ, উন্মাদনা আৰু ৰণোন্মত্ততাৰ ভাৱ পৰিলক্ষিত হৈছিল। এজন ইংৰাজ লিখকে

কৈছে, "জোৱান আজি নাই ; কিন্তু তেওঁ যি উদ্দীপনাশক্তিৰ বাজ মানুহৰ অন্তৰত সিঁচি গ'ল, সি জগতত বৈ থাকিল। তেওঁৰ নেতৃত্বৰ পূৰ্বে দুশ ইংৰাজ সৈন্যই পাঁচ শ ফৰাছী সৈন্যক খেদি দিব পাৰিছিল ; কিন্তু এতিয়া দুশ ফৰাছী সৈন্যই চাৰি শ ইংৰাজ সৈন্যক পৰাস্ত কৰিব পাৰে।"

টুৰ নগৰত উপস্থিত হৈ জোৱানে দফিনক ইংৰাজৰ বিৰুদ্ধে আৰু কেখনমান যুদ্ধৰ আয়োজন কৰিবলৈ অনুৰোধ জনালে। কিন্তু জোৱানৰ কথা আৰু কাৰ্যাৱলীয়ে দফিনৰ মনত বিশ্বাস জন্মাব পাৰিলেও, বিলাস-প্ৰিয়, দুৰ্বলচিত্ত কোঁৱৰৰ মনত কোনো উৎসাহ বা প্ৰাণ-শক্তিৰ প্ৰদীপনা দেখা নগ'ল। তেওঁ এক প্ৰকাৰ নিৰ্জীৱ প্ৰাণী—নিৰ্জীৱতাৰ মাজেৰেই কাল কটাবলৈ ভাল পাইছিল। এতিয়াও তেওঁ জোৱানৰ এই প্ৰস্তাৱত অসম্মতি জনাই অলসভাৱে নিশ্চেষ্ট হৈ বহি থাকিল। তেওঁৰ এই ব্যৱহাৰত জোৱান বৰ বিৰক্ত হ'ল ; কিন্তু তেনে ভাৱ প্ৰকাশ নকৰি, তেওঁ নানা প্ৰকাৰে দফিনৰ মনোবৃত্তি পৰিবৰ্তনৰ চেষ্টা কৰিলে। কথিত আছে, এদিন যেতিয়া দফিন তেওঁৰ পাৰিষদবৰ্গৰ লগত বিলাস-ৰঙ্গত মত্ত, তেতিয়া জোৱানে অতি সন্তৰ্পণে বিলাসগৃহত প্ৰৱেশ কৰিলে, আৰু দফিনৰ আগত নতজানু হৈ কলে, "প্ৰবল প্ৰতাপান্বিত দফিন, দেশত এনে দুখ-দুৰ্গতি দেখি আপোনাৰ প্ৰাণে নাকান্দেনে ? আপুনি ইয়াত আমোদ-আহ্লাদত কাল কটাইছে ; কিন্তু ভাবি চাইছে নে, এই মুহূৰ্তত কিমান হতভাগ্য সন্তানে পিতৃহাৰা হৈ আকুলি-বিকুলিকৈ কান্দিছে, কত নৰ-নাৰী গৃহহাৰা হৈ নিৰাশ্ৰয় অৱস্থাত অটব্য অৰণ্যৰ মাজত কাল কটাবলৈ বাধ্য হৈছে, কিমান দুৰ্ভগীয়া মাকে বুকুৰ কেঁচুৱাক শত্ৰুৱে টুকুৰা-টুকুৰকৈ চকুৰ আগতে

কটা দেখিবলৈ বাধ্য হৈছে, কিমান সতীৰমণীয়ে নিজৰ সতীত্ব ৰক্ষা কৰিবলৈ টান পাইছে? আপুনিও মানুহ; মানুহৰ শোক, তাপ, দুৰ্গতিত,—আপুনি ৰজা,—আপোনাৰ প্ৰজাৰ দুখত, আপোনাৰ প্ৰাণত আঘাত নালাগে নে? সমগ্ৰ ফ্ৰান্স আপোনাৰ,—ফৰাচী প্ৰজাসমূহৰ প্ৰতি ৰক্ষাৰ এক মহান্ দায়িত্বভাৰ আপোনাত ন্যস্ত; প্ৰজাপালনৰ এই গুৰুভাৰ লৈ আপুনি কোন সত্তেৰে বিলাসিতাৰ কোলাত কাল কটাইছে? মোৰ সময় নাই, নিতান্ত তাকৰীয়া; চিৰদিন মোক নাপাব। ইয়াৰ ভিতৰতে যিখিনি কাল মই আছোঁ, মোক আপুনি খটাই লওক। কাল বিলম্ব নকৰাকৈ এদল শিক্ষিত সৈন্য মোৰ লগত পঠাই দিয়ক।"

পৰিশেষত জোৱানৰ নানা প্ৰকাৰ যুক্তি-তৰ্কৰ ফলত দফিনৰ মনৰ গতি পৰিৱৰ্তিত হ'ল, আৰু এলেনকণৰ ডিউকৰ নেতৃত্বত, তেওঁ ইংৰাজৰ বিৰুদ্ধে জোৱানৰ লগত এদল সৈন্য প্ৰেৰণ কৰিলে। জোৱানে এই বাৰ অৰ্লিন্সৰপৰা দহ মাইল দূৰবৰ্তী জাৰ্গো নামে ঠাইত ইংৰাজ সৈন্যক আক্ৰমণ কৰিলে। যুদ্ধৰ আগ-মুহূৰ্তত তেওঁ সৈন্যসকলক

জাৰ্গো অধিকাৰ

কলে, "আজিৰ যুদ্ধত আমাৰ জয় অৱশ্যম্ভাৱী। ভগৱানৰপৰা এই নিশ্চিত সংবাদ নাপালে, মোৰ পক্ষে ভেৰা চৰাই থকাই বেছি যুক্তিসঙ্গত আছিল।" জোৱানৰ মুখৰপৰা এনে আশাপূৰ্ণ কথা শুনি সৈন্যসকলৰ মনত নতুন উৎসাহৰ সঞ্চাৰ হ'ল। জোৱান ঐশীশক্তি সম্পন্ন, এই কথা তেওঁলোকে আগৰেপৰা জানি আহিছে। সৈন্যবাহিনী ভীমদৰ্পে আগ বাঢ়ি গ'ল। ইংৰাজ সৈন্যক খেদি জোৱানে অক্লেশে নগৰ অধিকাৰ কৰিলে। ইংৰাজসকলে প্ৰাণপণে চেষ্টা কৰিলেও ফৰাচী শক্তিৰ আগত

ইংৰাজ শক্তি পৰাভূত হ'ল। ইংৰাজ সেনাপতি চাফোকে জোৱানলৈ প্ৰস্তাৱ কৰি পঠালে, বোলে তেওঁলোকে ফৰাছীসকলৰ লগত সন্ধি কৰিবলৈ সাজু আছে। জোৱানো এই কথাত সন্তুষ্ট হ'ল। কিন্তু সন্ধিৰ সৰ্তবোৰত ইংৰাজ সেনাপতি অমান্তি হোৱাত জোৱানৰ সৈন্যই পুনৰায় ইংৰাজক আক্ৰমণ কৰিলে। এ'লেনকণৰ ডিউকে এই কাৰ্যত অলপ ইতস্ততঃ কৰাত জোৱানে কলে, "আপুনি ভয় নকৰিব। আমাৰ জয়লাভ কৰাৰ সময় হৈ আহিছে। কিন্তু, সেই বুলি হাত সাৱটি বহি থকা অনুচিত। যি নিজে নিজক সহায় কৰে তেওঁকহে ভগৱানে সহায় কৰে। আপুনি উপদেশবাক্যৰদ্বাৰা সৈন্যসকলক উৎসাহিত কৰক।" এলেনকণ আগ বাঢ়ি গ'ল। দুয়ো পক্ষৰ মাজত আকৌ তুমুল সংগ্ৰাম লাগিল। অলপ পিছত জোৱানে এলেনকণক কলে, "আপুনি অতি সোনকালে এই ঠাইৰপৰা আঁতৰি যাওক। ইয়াত থাকিলে আপোনাৰ প্ৰাণসংশয়।" এলেনকণে তেওঁৰ এই কথাৰ অৰ্থ বুজিব নোৱাৰিলে। কিন্তু সেই ঠাই এৰি আন ঠাই পালেগৈ। কিছু সময়ৰ মূৰত, আগেয়ে এলেনকণ থকা ঠাইত যুদ্ধ কৰি থকা সৈনিক এজন, বিপক্ষৰ কামানৰ গোলা পৰি নিহত হ'ল। এলেনকণ আৰু তেওঁৰ সৈন্যসকলে জোৱানৰ এই ভবিষ্যৎ জ্ঞানৰ ক্ষমতা দেখি বিস্ময় মানিলে।

কিছু পৰৰ পিছত নগৰখন ফৰাছী সৈন্যৰ হস্তগত হ'ল। ইংৰাজ সৈন্য পৰাস্ত হৈ পলাই গুচি গ'ল। প্ৰায় এহেজাৰমান ইংৰাজ সৈন্য এই যুদ্ধত নিহত হ'ল। ইংৰাজ সেনাপতি চাফোকক এলেনকণৰ ফৰাছী সৈন্যই বন্দী কৰিলে।

জাৰ্গো অধিকাৰ কৰি এলেনকণে সৈতে জোৱান আৰ্লিন্সলৈ

উভতি আছিল, আৰু তিন দিন পিছত বিউজেন্সী বোলা নগৰ এখন আক্ৰমণ কৰিলেগৈ। ইংৰাজ সৈন্যই যথাসাধ্যে বাধা দিবৰ চেষ্টা কৰিও, সফল হব নোৱাৰিলে। অনায়াসে সেই ঠায়ো জোৱানৰ হাতলৈ আহিল।

জোৱানৰ জিৰণিৰ সময় নাছিল। তেওঁ ইয়াৰ অলপ পিছতে সসৈন্যে প্যাতে নগৰলৈ যাত্ৰা কৰিলে। ইংৰাজ সৈন্যৰ প্ৰতি দৈৱ বিমুখ হৈছিল; বীৰাঙ্গনাৰ অমিত বিক্ৰমৰ আগত ইংৰাজ-বাহিনী তিষ্ঠিব নোৱাৰিলে। ইংৰাজৰ বিখ্যাত সেনাপতি টেল্‌বট্‌ জোৱানৰ হাতত বন্দী হ'ল। ফাষ্টফৰ দৰে সুনিপুণ ৰণপণ্ডিতেও জোৱানৰ সৈন্যৰদ্বাৰা পৰাভূত হৈ পলাই প্ৰাণ ৰক্ষা কৰিলে।

এঘাৰ

## জোৱানৰ মহানুভৱতা


গেয়ে কৈ অহা হৈছে যে অৰ্লিন্সৰ যুদ্ধৰ আগতে ইংৰাজৰ লগত ফৰাচী সৈন্যৰ এখন যুদ্ধত বন্দী হোৱা ইংৰাজ সৈন্য কিছুমানে ভেশছন কৰি ধৰ্মযাজকৰ সাজ পিন্ধিছিল। জোৱানে সেই কথাৰ তৎ পালেও তেওঁলোকক মুক্তি দিছিল। তদুপৰি, নিজৰ সৈন্যবিলাতে কিজানি তেওঁৰ অজ্ঞাতে বন্দী ইংৰাজ সৈন্যক কিবা অত্যাচাৰ কৰে, এই ভয়ত তেওঁ নিজৰ ছাউনীত এই বন্দীবিলাকক আশ্ৰয় দিছিল। কিছুদিন পিছত তেওঁলোকক সসম্মানে তেওঁ মুক্তি দি নিৰাপদ ঠাইলৈ আগুৱাই থোৱাইছিল।

অৰ্লিন্সৰ যুদ্ধৰ পিছত পলাই যোৱা ইংৰাজ সৈন্যই নদীৰ গৰ্ভত প্ৰাণ বিসৰ্জন দিয়া দেখি, তেওঁলোকক উদ্ধাৰ কৰিবলৈ জোৱানে নাও পঠাইছিল; কিন্তু নাও গৈ পোৱাৰ পূৰ্বেই তেওঁলোকক নদীয়ে গ্ৰাস কৰা দেখি জোৱানৰ নাৰী হৃদয় বিগলিত হৈছিল, আৰু তেওঁ সেই কৰুণ দৃশ্য দেখি কান্দি পেলাইছিল।

যুদ্ধ আৰম্ভ হোৱাৰ পূৰ্বেই, ইংৰাজ সেনাপতিক সসম্মানে আৰু শান্তিৰে ফ্ৰান্স এৰি গুচি যাবলৈ জোৱানে অনুৰোধ কৰিছিল।

এই অনুৰোধ এবাৰ নহয়, দুবাৰো নহয়, তিনি বাৰো কৰা হৈছিল; কাৰণ, তেওঁ ভাবিছিল যে ইংৰাজ জাতি অকণমান এখানি দ্বীপত থকাৰ বাবে সঙ্কীৰ্ণমনা আৰু স্বাৰ্থপৰ হলেও হৃদয়হীন নহয়; তেওঁলোকে জোৱানৰ কথা মানি ৰাজ্য এৰি গুচি যাবও পাৰে। বহুতে জোৱানৰ এই কাৰ্যক ৰমণীজনোচিত ভীৰুতা বুলিও কব খোজে। কিন্তু জোৱানৰ দৃঢ় ধাৰণা হৈছিল যে স্বদেশোদ্ধাৰ কাৰ্যত তেওঁক ভগৱানে সহায় কৰিছে। এনে স্থলত তেওঁৰ মনত ভয়-সংশয়ৰ লেশমাত্ৰও থকাৰ একো কাৰণ নাছিল। ভগৱানৰ কৃপাকণা লাভ কৰিলে কোনে কাক ভয় কৰে? তেওঁৰ চৰিত্ৰত যে ভীৰুতা বা কাপুৰুষতা অকণো নাছিল, তেওঁৰ জীৱনৰ সকলো কামে-কথাই তাৰ প্ৰমাণ পোৱা যায়। আচল কথা, অযথা ৰক্তপাত কৰা জোৱানৰ নীতি আৰু প্ৰকৃতি বিৰুদ্ধ আছিল। তনন্যোপায় হৈ যুদ্ধত লিপ্ত হলেও, যুদ্ধৰ অন্তত তেওঁ সদায় গিৰ্জালৈ গৈ ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছিল, আৰু কৃত অপৰাধৰ কাৰণে তেওঁক মাৰ্জনা কৰিবলৈ খাটিছিল। যুদ্ধৰ আহত সৈন্যসকলক আজৰি পৰত তেওঁ পৰিচৰ্যা কৰিছিল। জোৱানৰ চৰিত্ৰত এফালে সংহাৰিণী ৰণচণ্ডী মূৰ্তি,—আন ফালে কৰুণাৰ জীৱন্ত প্ৰতিমাৰ মধুৰ সমাবেশ দেখা যায়। 'বজ্ৰাদপি কঠোৰাণি, মৃদূনি কুসুমাদপি'—এই কথাষাৰৰ জলন্ত উদাহৰণ জোৱানৰ চৰিত্ৰই যুগ যুগান্তৰলৈ দেখুৱাই আহিছে।

## ৰেইমৃছলৈ যাত্ৰা



তে নগৰ অধিকাৰ কৰাৰ পিছত জোৱানে বিজয় গৰ্ব্বেৰে ৰেইমৃছলৈ যাত্ৰা কৰিলে। কিন্তু তেতিয়ালৈ ৰেইমৃছ ইংৰাজৰ হাতত আছিল। ৰেইমৃছলৈ যোৱা বাটতো বহুতো সৰু সৰু দুৰ্গ ইংৰাজৰ অধিকাৰত আছিল। কিন্তু অৰ্লিন্সৰ আৰু তাৰ পিছৰ অন্যান্য যুদ্ধবোৰত জোৱানৰ অসীম সাহসিকতা আৰু বীৰত্বৰ কথা দেশময় বাষ্ট্ৰ হৈ পৰিছিল। গতিকে এই বাৰ জোৱানে যিমানে আগুৱাই গ'ল তিমানে বাটৰ দুৰ্গৰক্ষী ইংৰাজ সৈন্য-বিলাকে দুৰ্গবোৰ এৰি পলাবলৈ ধৰিলে; এনে কি, ৰেইমৃছ দুৰ্গও এনেকৈ বিনাযুদ্ধে জোৱানৰ হাতলৈ আহিল। ১৪২৯ চনৰ ১৬ জুলাইৰ দিনা জোৱানে নিৰ্বিঘ্নে ৰেইমৃছ্ নগৰত প্ৰবেশ কৰিলে। পিছ দিনা দফিনৰ অভিষেক-উৎসৱ আৰম্ভ হ'ল। ফৰাচী প্ৰজাসকলে অতি আনন্দেৰে এই উৎসৱৰ আয়োজন কৰিলে। জোৱানে সমৰ পৰিচ্ছদ পিন্ধি বেদীৰ ওচৰলৈ গ'ল, আৰু নতজানু হৈ দফিনক সসম্মানে অভিবাদন কৰি তেওঁৰ শিৰত ফ্ৰান্সৰ ৰাজমুকুট পিন্ধাই দিলে। সভাৰ সকলো লোকে থিয় হৈ দফিনক অভিবাদন কৰি তেওঁক দীৰ্ঘ জীৱন আৰু সুশাসনৰ



মুক্তি যুঁজত জোয়ান

অধিকাৰী কৰিবলৈ ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালে। জোৱানে ক্ষন্তেক কাল নীৰৱে থাকিল। তেওঁৰ দুগালেদি আনন্দৰ চকুলো দুধাৰি বৈ গ'ল। তাৰ পিছত হৃদয়ৰ বেগ সম্বৰণ কৰি, আকুলকণ্ঠে তেওঁ দফিনক কলে,

ৰাজ্যাভিষেক

"মহামহিমান্বিত ফ্ৰান্সৰ অধিপতি, ভগৱানৰ অনুগ্ৰহত আজি আপোনাৰ প্ৰজাবৃন্দই এই মহানগৰীত সমবেত হৈ আপোনাৰ অভিষেক কাৰ্য সুকলমে সম্পন্ন কৰিলে। চিনন নগৰত ছদ্মবেশ লৈ লুকাই থাকোঁতে আপোনাক চিনি উলিয়াৰ দিনৰপৰা আজিলৈকে ময়ো মোৰ কৰ্তব্যৰ সমাপন কৰিলোঁ। পৰমেশ্বৰৰ শুভ ইচ্ছা পূৰ্ণ হ'ল। শাস্ত্ৰীয় ৰীতি অনুসৰি আপুনি এই শুভ ক্ষণত ফৰাছী দেশৰ ৰাজসিংহাসনত উঠিল, আৰু মোৰো কৰ্তব্যৰ সমাপ্তি ঘটিল। মোৰ কৰ্তব্য তথা ভগৱানৰ নিৰ্দেশ কিমান সুকলমে সম্পন্ন কৰিব পাৰিলোঁ, ভগৱানে তাৰ বিচাৰ কৰিব। ফলাফল ভগৱানৰ হাতত—আমি মাথোঁ তেওঁৰ আজ্ঞাবহ কৰ্মী। মানৱশক্তি এটা মায়ামৰীচিকামাত্ৰ। সকলো শক্তি, সকলো ক্ষমতা ভগৱানৰ। মাত্ৰ ক্ষণেকৰ বাবে সেই ঐশীশক্তি আমাৰ ব্যক্তিত্বৰ ওপৰত প্ৰতিভাত হয়। মানুহৰ শক্তি চন্দ্ৰলোকৰ দৰে। সূৰ্যৰপৰাই চন্দ্ৰৰ স্নিগ্ধ আলোক। সেই দৰে ঈশ্বৰৰ অনুকম্পাত মানুহৰ গাত ঐশীশক্তিৰ বিকাশ। গতিকে, সেই শক্তিৰ বিষয়ে আমাৰ নিজাকৈ গৌৰৱ কৰিবলৈ একো নাই।"

"ভগৱানে আজি তেওঁৰ প্ৰিয় ফৰাছী প্ৰজাবৃন্দক আপোনাক গতাই দিলে। আজিৰপৰা আপুনি তেওঁলোকৰ ৰক্ষক আৰু পিতৃস্বৰূপ। কিন্তু আপুনি কেতিয়াও নাভাবিব যে এই ফৰাছী ৰাজ্য আপোনাৰ। আৰু আপুনি ইয়াত যথেচ্ছাচাৰ কৰিব

পাৰে। ৰাজ্য ভগৱানৰ; আপোনাক তেওঁৰ প্ৰতিনিধি পাতি তেওঁৰ ইচ্ছা আৰু নিৰ্দেশ পালন কৰিবলৈ দিয়া হৈছে। গতিকে, এই ৰাজ্য লৈ আপুনি গৌৰৱ বা অহঙ্কাৰ কৰিব নোৱাৰে। এতিয়া আপোনাৰ কৰ্তব্য হৈছে,—ভগৱানত ভক্তি অৰ্পণ, আৰু জাতিবৰ্ণনিৰ্বিশেষে প্ৰজাপালন। এই দেশৰ প্ৰচলিত নীতিবোৰ কেৱল প্ৰজাৰ কাৰণে নহয়; আপুনিও তাৰ অধীন। সেইবোৰ ভঙ্গ কৰিলে প্ৰজাসকলৰ দৰে আপুনিও অভিযুক্ত আৰু দণ্ডিত হব। সেইবোৰ ৰীতিনীতি মানি চলাও আপোনাৰ কৰ্তব্যৰ ভিতৰত পৰিগণিত। আন পক্ষে, প্ৰজাসাধাৰণৰো কৰ্তব্য আপোনাক সৰ্বতোভাৱে মানি চলা। প্ৰচলিত আইন-কানুন দেশৰ ৰাজনৈতিক, সামাজিক আৰু আধ্যাত্মিক বিভাগৰ সুশাসন আৰু সুশৃঙ্খলাৰ কাৰণে বিধিবদ্ধ হৈছে। গতিকে, তেওঁলোকেও সেইবোৰ উল্লঙ্ঘন কৰিলে মহাপাতক আচৰা হব। ফৰাছী ভাইভনীসকল, ব্যক্তিগত স্বাৰ্থ আৰু যথেচ্ছাচাৰিতাৰ স্থান ভগৱানৰ ৰাজ্যত নাই। আপোনালোকে সদায় কৰ্তব্যপথত থাকিব। ৰজা-প্ৰজা, দুয়ো পক্ষই যদি এই দৰে মিলা প্ৰীতিৰে থাকি, পৰস্পৰে ৰাজ্যৰ শান্তি আৰু শৃঙ্খলাৰ ফালে মনোযোগ দিয়ে, তেনেহলে অচিৰাৎ ফৰাছী ৰাজ্য স্বৰ্গৰাজ্যত পৰিণত হব, ধ্ৰুৱনিশ্চয়। প্ৰজাসকলৰ ব্যক্তিগত আৰু সামাজিক সুখদুখৰ বাবে আপোনালোক সকলো সমানে দায়ী।”

জোৱানে এইবাৰ সংযম ৰক্ষা কৰিব নোৱাৰিলে। অন্তৰ উপচি পৰা আবেগত তেওঁ কান্দি পেলালে। আকুল-উদ্বেগেৰে তেওঁ কলে, “মহাৰাজ, প্ৰজাপান্বিত চাৰ্লছ, আপুনি অপোনাৰ মহৎ কৰ্তব্যৰ কথা এবাৰ চিন্তা কৰি চাওক, ই কিমান মহৎ, কেনে

দায়িত্বপূৰ্ণ, আৰু কোনে আপোনাৰ ওপৰত কৰ্তব্যৰ এই গধুৰ বোজা তুলি দিলে। যদি আপুনি আত্মসুখ আৰু বিলাসিতাত উন্মত্ত হৈ এই কৰ্তব্যৰ কথা বিস্মৃত হয়, আৰু কৰ্তব্য জলাঞ্জলি দি শাসক হৈ প্ৰজাৰ ৰক্ত শোষণ কৰি নিজৰ উদৰ পূৰণত ব্যস্ত হৈ উঠে, যদি আপোনাৰ মনস্তুষ্টিৰ নিমিত্তে দৰিদ্ৰ প্ৰজা আশ্ৰয়-হীন হৈ আপোনাৰ ঘাতকৰ হাতত প্ৰাণ বিসৰ্জন দিব লগীয়া হয়, যদি ৰজাৰ তৃপ্তিৰ কাৰণে অনাথা বিধৱা, অবলা ৰমণী আৰু অবোধ শিশুৰ আকুল ক্ৰন্দনত গগন-পবন বিদীৰ্ণ হয়, প্ৰজাৰ অভাৱ অভিযোগ, দুখ-দাৰিদ্ৰৰ পিনে লক্ষ্য নকৰি যদি আপুনি নিজৰ সুখৰ নিমিত্তে বিলাসবিহাৰত মগ্ন হয়, যদি হেজাৰ হেজাৰ প্ৰাণবিনাশৰ বাতৰি পাই, আপুনি আনন্দত মত্তলীয়া হৈ কয়, 'মই ৰজা, মোৰ বাবে জীৱনপাত কৰা তেওঁলোকৰ কৰ্তব্য', যদি আপোনাৰ মনোৰঞ্জনত ব্যস্ত পাৰিষদবৰ্গৰ কুমন্ত্ৰণাত দেশৰ দুখদৈন্য কুলাই-পাচিয়ে নধৰা হয়, যদি লোভৰ চেপা আৰু পাপৰ গ্ৰাসত সমাজ ৰসাতললৈ যাব লগীয়া হয়, তেনেহলে আপুনি নিশ্চয় জানিব, পৰমেশ্বৰৰ ওচৰত আপুনি এদিন কৰ্তব্যত্ৰুটিৰ কৈফিয়ৎ দিব লাগিব। তেতিয়া পাপৰ প্ৰায়শ্চিত্ত ভুগিবলৈ আপুনি বাধ্য হব। গতিকে ন্যায় পথত থাকি আপুনি প্ৰজাপালন কৰ্তব্য কৰি যাওক। প্ৰজাৰ আশ্ৰয় ৰজা, প্ৰজাবাৎসল্যই তেওঁৰ ধৰ্ম। এই কথা কেতিয়াও পাহৰি নাযাব।"

দফিনে সপ্তম চাৰ্লছ্ নাম লৈ সিংহাসনত উঠিল। তেওঁ জোৱানৰ ক্ৰুছচিহ্নিত পতাকা স্পৰ্শ কৰি, কৰ্তব্যত সদায় ৰত থাকিব বুলি প্ৰতিজ্ঞা কৰিলে। জনতাৰ আনন্দধ্বনি আৰু জয়োল্লাসত আকাশ পাতাল প্ৰতিধ্বনিত হবলৈ ধৰিলে।

ইফালে যিদিনা দফিনৰ অভিষেক সম্পান্ন হ'ল, সিদিনাই বাৰ্গেণ্ডিৰ ইংৰাজ শাসকৰ্তাই ফৰাছীৰজালৈ এই মৰ্মে এখন চিঠি লিখিলে যে ফৰাছীসকলে যেন পেৰিছ আক্ৰমণ নকৰে; ইংৰাজ সেনাপতি তেওঁলোকৰ লগত সন্ধি কৰিবলৈ সাজু আছে। জোৱানে এই বাতৰিত সুখ পালে। তেওঁ পূৰ্বৰপৰাই সন্ধি কৰিবলৈ ইচ্ছুক আছিল। জুনৰ ২৭ তাৰিখে, অৰ্থাৎ দফিনৰ অভিষেকৰ ঠিক কুৰি দিন আগেয়ে। তেওঁ বাৰ্গেণ্ডিৰ শাসন-কৰ্তালৈ এই দৰে লিখিছিল, "প্ৰতাপী বীৰ, আপোনাৰ ওচৰত ভগৱানৰ আদেশস্বৰূপে মোৰ অনুৰোধ এই যে আপোনালোকে ফৰাছীৰাজৰ লগত সন্ধি স্থাপন কৰি দেশত শান্তি প্ৰতিষ্ঠা কৰক। বাৰ্গেণ্ডিৰ অধিপতি, মই আপোনাক বিনীতভাৱে খাটিছোঁ, ধৰ্মৰাজ্য ফ্ৰান্সৰ ওপৰত আপোনালোকে অত্যাচাৰ কৰি নিজৰ ব্যক্তিত্ব আৰু ইংলণ্ডৰ যশস্যা কলুষিত নকৰিব। যিসকলে পবিত্ৰ ফৰাছী দেশৰ বিৰুদ্ধে যুদ্ধ কৰে, তেওঁলোকে আচলতে বিশ্বব্ৰহ্মাণ্ডৰ হৰ্তা-কৰ্তা ভগৱানৰ বিৰুদ্ধে, যীশুৰ বিৰুদ্ধেহে যুদ্ধত প্ৰবৃত্ত হয়। মই হাতযোৰ কৰি কৈছোঁ, আমাৰ লগত যুদ্ধ কৰিবলৈ এৰি পেলাওক।"

ফৰাছী ৰজা চাৰ্ল্‌ছ্ বা জোৱানে বাৰ্গেণ্ডিৰ শাসনকৰ্তাৰ এই ছলনা প্ৰথমে বুজি পোৱা নাছিল। তেওঁলোকে সন্ধিৰ আশাত নিশ্চেষ্ট হৈ সময়ৰ অপব্যৱহাৰ কৰিবলৈ ধৰিলে। বাৰ্গেণ্ডিৰ শাসনকৰ্তাই মনে মনে পেৰিছলৈ দলে দলে ইংৰাজ সৈন্য পঠাবলৈ ধৰিলে। অতি অলপ দিনৰ ভিতৰতে পেৰিছ ইংৰাজ সৈন্যেৰে উপচি পৰিল।

লাহে লাহে এই চক্ৰান্ত-জাল জোৱান আৰু চাৰ্ল্‌ছৰ চকুত পৰিল।

কিন্তু অর্লিন্স উদ্ধাৰৰ লগে লগে জোৱানৰ কৰ্তব্য শেষ হৈছিল। ৰাজ্যাভিষেকৰ পিছত তেওঁ ডুমৰিমি গাঁৱলৈ ফিৰি যাবলৈ ৰজাৰ অনুমতি বিচাৰিলে। সেই সময়ত জোৱানৰ পিতাকো, জীয়েকৰ কীৰ্তি কাহিনী শুনি ৰেইম্‌ছ্‌ নগৰলৈ তেওঁৰ লগত সাক্ষাৎ কৰিবলৈ আহিছিল। পিতাকক পাই জোৱানৰ কোমল হৃদয় ঘৰৰ কাৰণে ব্যাকুল হ'ল। বিশেষকৈ বহুদিন মৰমৰ মাক আৰু ভায়েকহঁতক দেখা নাপাই তেওঁৰ মন বৰ চঞ্চল হৈ উঠিছিল। কিন্তু চাৰ্লছে তেওঁক কোনো প্ৰকাৰে যাবলৈ অনুমতি নিদিলে। কাৰণ, ৰজাই দেখিলে যে ৰাজ্যৰ প্ৰজাসমূহৰ ওপৰত জোৱানৰ অসামান্য প্ৰভাৱ; সৈন্যসকলো তেওঁৰ আঙুলিসঙ্কেতত পৰিচালিত। জোৱানৰ দেৱোপম চৰিত্ৰ, আৰু স্বৰ্গীয় সৌন্দৰ্যজ্যোতিত তেওঁলোকে তুচ্ছ মৃত্যুৰ কথা পাহৰি যায়। আৰু নিশ্চত মৰণৰ পথত অগ্ৰসৰ হবলৈও সঙ্কুচিত নহয়। জোৱানে যেন, তেওঁলোকক যাদুকৰৰ প্ৰভাৱেৰেহে মৃত্যুৰ মুখলৈকো মাতি নিয়ে,— তেওঁলোকে মন্ত্ৰমুগ্ধৰ দৰে অনুসৰণ কৰে। গতিকে, এই যুদ্ধ-বিগ্ৰহৰ সময়ত যদি জোৱানে সৈন্যবাহিনীবোৰক আন সেনাপতিৰ হাতত গতাই দি গুচি যায়, তেনেহলে সমূহ বিপদৰ সম্ভাৱনা। এইবোৰ কাৰণে ৰজাই জোৱানক আৰু কিছুদিন নিজৰ হাতত ৰাখি দেশত শান্তি স্থাপন কৰিবলৈ ইচ্ছা কৰিলে। ৰজাই তেওঁৰ প্ৰতি কৃতজ্ঞতাস্বৰূপে জোৱানক সম্মানসূচক 'চনদ' দিলে, আৰু ডুমৰিমি গাঁওৰ সকলো মানুহক ৰাজকৰৰপৰা অব্যাহতি দিলে।

অনিচ্ছাস্বত্বেও জোৱান থাকিবলৈ বাধ্য হ'ল। কিন্তু তেওঁ মনে মনে এই কথা ভালকৈ উপলব্ধি কৰিব পাৰিছিল যে তেওঁৰ জীৱনৰ ব্ৰত—অৰ্লিন্স্‌ উদ্ধাৰ আৰু দফিনৰ ৰাজ্যাভিষেক—সম্পন্ন হৈছে।

তাত বাজে, অইন কোনো কামত হাত দিবলৈ ভগৱানৰদ্বাৰা তেওঁ আদিষ্ট হোৱা নাছিল। তথাপি, ৰজাৰ একান্ত অনুৰোধত তেওঁ আকৌ যুদ্ধযাত্ৰা কৰিলে।

সেই বছৰৰ ৮ চেপ্টেম্বৰ তাৰিখে খৃষ্টানবিলাকৰ এটা পৰ্বদিন আছিল। সিদিনা চাল্‌ছে পেৰিছ আক্ৰমণ কৰিবলৈ জোৱানক আদেশ দিলে। জোৱানে আপত্তি দৰ্শাই কলে যে জাতীয় পৰ্বদিন পালন কৰা প্ৰত্যেক মানুহৰ কৰ্তব্য। তেনে দিনত শত্ৰুৰ বিপক্ষে যুদ্ধযাত্ৰা কৰা ন্যায়বিধিসঙ্গত নহয়। কিন্তু ফ্ৰান্সৰ দুৰদৃষ্ট, ৰজাই জোৱানৰ পৰামৰ্শলৈ কৰ্ণপাত নকৰিলে; বৰং, এলেহুৱা মানুহৰ মুখতহে এনে কথা শোভা পায়, ইত্যাদি কটু কথা তেওঁ জোৱানৰ প্ৰতি প্ৰয়োগ কৰিলে। অগত্যা, ৰাজাদেশ অমান্য কৰিব নোৱাৰি, তেওঁ পেৰিছ আক্ৰমণ কৰিবলৈ বাধ্য হ'ল। ফৰাছী সৈন্যই পেৰিছ অৱৰোধ কৰিলে। এই কাণ্ড দেখি দুৰ্গৰ ভিতৰৰ কিছুমান মানুহে চিঞৰি কলে, "সৰ্বনাশ! শত্ৰুসৈন্য নগৰত সোমাল।" এই কথা কাণত পৰিলত, উপাসনাৰত পেৰিছৰ অধিবাসীসকলে বৰ ভয় পালে, আৰু লৰি গৈ দুৱাৰ মাৰি ঘৰত সোমাই থাকিল। এইদৰে নগৰৰ অধিবাসীসকলৰ উত্তেজনাৰ মাজত যুদ্ধ আৰম্ভ হ'ল। ইংৰাজ সেনাপতিয়ে বহুদিন আগৰপৰা সৈন্যসামন্ত গোটাই যুদ্ধৰ কাৰণে সাজু হৈ আছিল। গতিকে, ফৰাছী সৈন্যৰ আক্ৰমণত তেওঁলোকৰ বিশেষ অসুবিধা নহ'ল। ইফালে দুৰ্গৰ ভিতৰত খাদ্যাদিও যথেষ্ট পৰিমাণে সঞ্চিত আছিল। কোনো অসুবিধা নোহোৱাকৈ ইংৰাজসকলে অৱৰুদ্ধ অৱস্থাত কটাবলৈ ধৰিলে।

পেৰিছ আক্ৰমণ

কিছুদিন পিছত ইংৰাজ সৈন্য ফৰাছী সৈন্যৰ সন্মুখীন হ'ল। শত্ৰু-সৈন্যৰ সমবেত শক্তিৰ প্ৰভাৱত জোৱানৰ সৈন্যই এইবাৰ তিষ্ঠিব নোৱাৰিলে। তেওঁলোকৰ বহুতে যুদ্ধক্ষেত্ৰৰপৰা পলাই যাবলৈ ধৰিলে। তথাপি জোৱানে ভাবিলে, মনৰ নীচতা প্ৰকাশ কৰি যুদ্ধৰপৰা পলাই, ঘৃণিত জীৱন ধৰি থকাতকৈ সাহসেৰে যুদ্ধ কৰি প্ৰাণ দিয়া শতগুণে শ্ৰেয়ঃ। তেওঁ কোনো ভ্ৰুক্ষেপ নকৰাকৈ ভীমবিক্ৰমেৰে শত্ৰুসৈন্যক আক্ৰমণ কৰিলে। ইফালে ফৰাছী সেনাপতি এলেনকণে, জয়ৰ কোনো সম্ভাৱনা নাই, অথচ জোৱানক শত্ৰুৱে চল চাই বন্দী কৰিব পাৰে,—এই ভয়ত তেওঁক তাৰপৰা বলেৰে লৈ গ'ল।

ফৰাছী সৈন্যৰ পৰাজয়

জোৱান জীৱনত কোনো দিনো যুদ্ধত পৰাজিত হোৱা নাছিল। এতিয়া এই অপমানে তেওঁৰ মনত বৰকৈ আঘাত দিবলৈ ধৰিলে। চাল্‌ছ'ৰ হঠকাৰিতা আৰু নিজৰ দুৰ্ভাগ্যক তেওঁ মনে মনে ধিক্কাৰ দিলে। এই যুদ্ধত প্ৰায় ১৫০০ সৈন্য হতাহত হৈছিল। শেষত, বিচাৰ কালত, এই ভীষণ ৰক্তপাতৰ কাৰণে বিচাৰকসকলে তেওঁক দোষাৰোপ কৰিছিল যদিও, ইয়াৰ বাবে জোৱানক প্ৰকৃত পক্ষে দোষ দিব পৰা নাযায়। জোৱানে নিজৰ ইচ্ছাৰেতো এই যুদ্ধযাত্ৰা কৰা নাছিলেই, বৰং এই ধৰ্মবিৰোধী কাৰ্যলৈ তেওঁ ঘোৰ অনিচ্ছা প্ৰকাশ কৰিছিল। কিন্তু চাৰ্ল্‌ছে তেওঁক এই কাৰ্যত অগ্ৰসৰ হবলৈ বাধ্য কৰিছিল, এই কথা পূৰ্বেই উল্লেখ কৰা হৈছে।

## শেষ যুদ্ধ আৰু বন্দী



ৱনত প্ৰথম বাৰ যি অপমান জোৱানে পালে, তাৰ জুয়ে তেওঁক দেই পুৰি মাৰিবলৈ ধৰিলে। তেওঁ ইয়াৰ প্ৰতিশোধ লবলৈ সংকল্প কৰিলে। কিন্তু অধিক পৰিশ্ৰমৰ ফলত তেওঁৰ স্বাস্থ্য ভাগি গৈছিল। গতিকে, তেওঁ কিছুদিন জিৰণি লোৱা আৱশ্যক হ'ল। তেতিয়া শীতকালৰ আৰম্ভণি। ৰজা চাৰ্লছে নিৰ্বিকাৰ চিত্তে চিনন নগৰত বিলাসিতাৰ কোলাত কাল কটাই আছিল। জোৱানেও বাৰ্গেছ নগৰলৈ গৈ জাৰকালিটো তাতে কটালে। লাহে লাহে বসন্তকাল আহিল। তেওঁ নতুন উৎসাহ আৰু প্ৰতিশোধৰ তীব্ৰ বাসনা লৈ সসৈন্যে কম্পিয়েন নগৰলৈ আগ বাঢ়ি গ'ল। ইংৰাজ সৈন্য এদলে এই নগৰ অতিশয় দৃঢ়ভাৱে অধিকাৰ কৰি আছিল। জোৱানে এইবাৰ যথাশক্তি শত্ৰুসৈন্যৰ সন্মুখীন হৈ সৈন্য পৰিচালনা কৰিবলৈ ধৰিলে। তেওঁৰ উৎসাহ দেখি সৈন্যসকলৰো উৎসাহ শতগুণে বৰ্ধিত হ'ল। তেওঁলোকে অমিত বিক্ৰমে শত্ৰুসৈন্যক কাটিবলৈ ধৰিলে। কিন্তু ইংৰাজ সৈন্যৰো মনত স্বদেশানুৰাগ আৰু প্ৰতিযোগিতাৰ তীব্ৰ আকাঙ্ক্ষা জাগি উঠিল। অৱশেষত ফৰাছী সৈন্য পিছ হুঁহকিবলৈ ধৰিলে। যেতিয়া দেখা গ'ল যে কোনো

জোৱান বন্দী হ'ল

প্ৰকাৰে জয়লাভৰ সম্ভাৱনা নাই, বৰং অনৰ্থক শত্ৰুসৈন্যৰ আগত আত্মবলিদান, তেতিয়া জোৱানে নিজৰ সৈন্যসকলক যুদ্ধক্ষেত্ৰ পৰিত্যাগ কৰি পলাবলৈ আদেশ দিলে। কাৰণ, তেওঁ জানিছিল ফ্ৰান্সৰ এনে দুৰ্দশাৰ দিনত, এনে কি এজন সৈন্যৰো অনৰ্থক প্ৰাণহানি দেশৰ পক্ষে মহাক্ষতিৰ বিষয়। কিন্তু কেইজনমান সাহসী সৈন্যই জোৱানক শত্ৰুৰ হাতত পেলাই দি আত্মৰক্ষা কৰিবলৈ অস্বীকাৰ কৰিলে। জোৱানে সেই মুষ্টিমেয় সৈন্যৰ সহায়ত শত্ৰুসেনাৰ লগত তুমুল সংগ্ৰাম কৰিবলৈ ধৰিলে। কিন্তু বিধি যাৰ বাম, তাৰ হেজাৰ চেষ্টাও অথলে যায়। অকস্মাৎ শত্ৰুপক্ষৰ সেনাসকলে তেওঁক আগুৰি পেলালে, আৰু এজন ইংৰাজ পক্ষীয় সৈন্যই তেওঁক বলেৰে ঘোঁৰাৰপৰা মাটিত বগৰাই দিলে। জোৱানৰ লগৰ সৈন্যসকলে অশেষ চেষ্টা কৰিও, তেওঁক বিপদৰপৰা ৰক্ষা কৰিব নোৱাৰিলে।

যেতিয়া এই দৰে শত্ৰুৰ হাতত তেওঁ ধৰা পৰিল, তেতিয়া জোৱানে তেওঁলোকৰ ওচৰত বশ্যতা স্বীকাৰ নকৰিলে। তেওঁ ভাবিছিল, ইংৰাজ সৈন্যসকলে তেতিয়া তেওঁক কাটি পেলাব। কাৰণ, তেওঁৰ আগৰেপৰা বৰ ইচ্ছা আছিল যে কেতিয়াবা শত্ৰুৰ হাতত পৰিলে যেন অতি শীঘ্ৰে শত্ৰুৱে তেওঁৰ প্ৰাণ নাশ কৰে; মাজে মাজে ভগৱানকো এইভাৱে প্ৰাৰ্থনা জনাইছিল। কিন্তু শত্ৰুসৈন্যই তেওঁক মাৰি নেপেলালে; এনে কি, তেওঁৰ প্ৰতি কোনো অন্যায় আচৰণো নকৰি আন বন্দীবিলাকে সৈতে লৈ গুচি গ'ল।

যিজন সৈনিকে তেওঁক ঘোঁৰাৰপৰা টানি নমাইছিল, তেওঁ উচ্চ বংশৰ নেকি, অনুসন্ধান কৰি জোৱানে জানিলে যে মানুহজন সম্ভ্ৰান্ত লোকৰ ঘৰৰ। তেওঁ সেই মানুহজনৰ আগত নিজৰ জীৱনৰ

ৰহস্যকাহিনী প্ৰকাশ কৰিলে। এই মানুহজন ফৰাছী দেশৰে এজন দেশদ্ৰোহী,—নাম বেষ্টাৰ্ড। বেষ্টাৰ্ডে বাৰ্গেণ্ডিৰ শাসন-কৰ্ত্তাৰ প্ৰধান সেনাপতি লিগনীৰ হাতত জোৱানক সমৰ্পণ কৰি, মচিব নোৱাৰা কলঙ্ক-কালিমা সানি ললে। কোৱা বাহুল্য যে এই লিগনীও জোৱানৰ দেশবাসী, ফৰাছী বীৰ,—আন এজন প্ৰসিদ্ধ দেশদ্ৰোহী। বহুতে অনুমান কৰে যে জোৱানৰ পক্ষৰ কেইজনমান স্বাৰ্থান্ধ মানুহে আত্মসন্মান আৰু মনুষ্যত্ব জলাঞ্জলি দি, ফ্ৰান্সৰ দেৱী-প্ৰতিমা অৰ্লিন্স্‌ কুমাৰীক শত্ৰুৰ হাতত সমৰ্পণ কৰিছিল। পৰাধীনতা পাপত লেটি লৈ থাকি অৱশ্যে এই কালিমাক কালিমা যেন কোনো কালতো কোনো দেশৰ মানুহে বিবেচনা কৰিবও নোৱাৰে,—তাৰ দৃষ্টান্ত ভাৰতৰ স্বাধীনতা-বুৰঞ্জীৰ বিভিন্ন স্তৰত, বিভিন্ন পৰ্যায়ত অপৰ্যাপ্তপৰি-মাণে পোৱা যায়। আমাৰ অসমতো এনে দৃষ্টান্তৰ অভাৱ নাই।

শত্ৰুসৈন্যৰ হাতত জোৱান বন্দী হ'ল; কিন্তু কাৰ সাধ্য, মনৰ স্বাধীনতা অপহৰণ কৰিব পাৰে? জোৱানৰ হৃদয় কোনো প্ৰকাৰে দমিত নহ'ল। তেওঁৰ বীৰ-হৃদয়ৰ আবেগ আৰু অলৌকিক বল-বীৰ্যক কোনোৱে মনৰপৰা আঁতৰাব নোৱাৰিলে। মানুহৰ অন্তৰত মহত্বৰ বীজ অঙ্কুৰিত থাকিলে, সি আপোনা আপুনি ব্যক্ত হব,—তাৰ বাবে সুযোগ-সুবিধাৰ আৱশ্যক নাই। লিগনী যদিও জাতিত ফৰাছী, তথাপি নিজৰ স্বাৰ্থসিদ্ধিৰ কাৰণে স্বদেশ-স্বজাতিৰ স্বাৰ্থ বলি দি ইংৰাজৰ পক্ষ লৈছিল, আৰু বাৰ্গেণ্ডিৰ শাসনকৰ্ত্তাৰ অধীনত দাসত্ব কৰি পেটৰ ভাত উলিয়াই আত্মপ্ৰসাদ লাভ কৰিছিল। তেওঁ জোৱানৰ প্ৰতি দুৰ্ব্যৱহাৰ

কৰিবলৈ অলপো সঙ্কুচিত নহ'ল। সমৰনীতি মতে ইংৰাজবিলাকে জোৱানৰ লগত সম্পূৰ্ণ ভদ্ৰ আচৰণ কৰা বিধেয় আছিল; কিন্তু তেওঁলোকে এই নীতি অৱজ্ঞা কৰিবলৈ কুণ্ঠা বোধ নকৰিলে। লিগনীয়ে তেওঁক সাধাৰণ বন্দীৰ দৰে ৰাখিলে। এই দৰে, নানা ঠাইত প্ৰায় এবছৰকাল জোৱানে অসীম দুৰ্দশা ভোগ কৰিবলৈ বাধ্য হৈছিল।

কিছুদিন লিগনীয়ে জোৱানক নিজৰ তত্বাৱধানত ৰখাৰ পিছত, তেওঁ তেওঁৰ উৰ্দ্ধতন বিষয়া লাক্সেম্‌বাৰ্গৰ ডিউকক জোৱানক উপহাৰ দিবলৈ স্থিৰ কৰিলে। লিগনীৰ ঘৈণীয়েক, এগৰাকী অতিশয় ধৰ্মভীৰু আৰু সজগুণৱতী ইংৰাজ ৰমণী আছিল। তেওঁ লিগনীৰ এই নৃশংস আৰু ঘৃণনীয় প্ৰস্তাৱৰ কথা শুনি গিৰীয়েকক তেনে সংকল্পৰপৰা বিৰত হবলৈ খাটিলে। কিন্তু পাপীষ্ঠ-হৃদয় লিগনীৰ মনৰ গতিৰ পৰিবৰ্তন নহ'ল। তেওঁ ঘৈণীয়েকৰ পৰামৰ্শ দুৰ্বল মনৰ চিন বুলি হাঁহি উৰাই দিলে, আৰু অবিলম্বে লাক্সেম্‌বাৰ্গৰ ডিউকৰ হাতত জোৱানক সমৰ্পণ কৰিলে। তেওঁ জোৱানক বৰিভয় নগৰৰ ঘৰলৈ লৈ গ'ল। লাক্সেম্‌বাৰ্গৰ ঘৰৰ ইংৰাজ ৰমণীসকলে জোৱানক বৰ শ্ৰদ্ধা কৰিবলৈ ধৰিলে। তেওঁলোকৰ অনুৰোধত তেওঁ যুদ্ধলৈ পিন্ধি যোৱা, পুৰুষৰ সাজ সলাই ৰমণীৰ সাজ পিন্ধিলে। হৃদয়ৰ শোকৰ আবেশ প্ৰকাশ কৰিবলৈ এই উদাৰ চৰিত্ৰৰ মহিলাসকলক পাই বীৰ-বালিকাৰ মনৰ বোজা অলপ পাতলিল।

জোৱান শত্ৰুৰ হাতত পৰাত যদিও ফ্ৰান্সত এটা ক্ষীণ চাঞ্চল্যৰ আভাস পোৱা গ'ল, তথাপি ৰজা চাল্‌ছ', নাইবা তেওঁৰ পক্ষৰ আন মুখ্য লোকে জোৱানক কিনিয়েই হওক ( কাৰণ, অৰ্থপিশাচ

লিগনী বা লাম্লেম্‌বার্গৰ হাতৰপৰা জোৱানক কিনি আনিব পৰাও সম্ভৱপৰ আছিল ), অথবা নতুন আক্ৰমণৰ ভয় দেখুৱাই হওক, কোনো প্ৰকাৰে তেওঁক উদ্ধাৰ কৰাৰ চেষ্টা নকৰিলে। এনেকি, কোনো নেতৃস্থানীয় লোকে, জোৱানক মুক্তি দিবলৈ প্ৰাৰ্থনা কৰি পোপৰ ওচৰত আবেদন নিবেদন পৰ্যন্ত কৰাৰ প্ৰয়োজন অনুভৱ নকৰিলে। ৰজা জাৰ্গো নগৰত থকা কালত এজন দূতে আহি বাতৰি দিলে যে জোৱান শত্ৰুৰ হাতত বন্দী হ'ল। তেতিয়া ৰজাই সেই মানুহজনক এই বুলি আশ্বাস দিলে যে তেওঁ অচিৰাৎ জোৱানৰ উদ্ধাৰৰ অৰ্থে চেষ্টা কৰিব। কিন্তু সেই প্ৰতিজ্ঞা পালনৰ নিমিত্তে তেওঁ মন নিদিলে। এফালে জোৱানে শত্ৰুৰ হাতত বন্দী অৱস্থাত নানা প্ৰকাৰে লাঞ্ছিতা, প্ৰপীড়িতা হবলৈ ধৰিলে; আৰু আন ফালে ৰজা চাৰ্ল্‌ছ্‌ সুসজ্জিত বিলাস-কক্ষত অশেষ আমোদ আহ্লাদত মগ্ন থাকিল। ফৰাছী জনতা পেটৰ ভাতমুঠিৰ চিন্তাতেই ব্যস্ত, তদুপৰি সেই যুগত তেওঁলোকে দৃঢ়ভাৱে মুখ ফুটাই কথা কবলৈ শিকা নাছিল। বিদেশীৰ নানা প্ৰকাৰ দাসত্বৰ ফলত তেওঁলোকৰ মোহনিদ্ৰা তেতিয়াও ভাগিবৰ সময় হোৱা নাছিল।

কিন্তু দেশৰ এই বিষম দুৰ্দিনৰ সময়তো দুই এজন সৎসাহসী, উচ্চমনা লোকে জোৱানৰ দুৰ্দশাত আঘাত পাই, তেওঁৰ উদ্ধাৰকল্পে যে সমূলি চেষ্টা কৰা নাছিল, এনেও নহয়। এম্‌ব্ৰানৰ ধৰ্মাধ্যক্ষই ৰজা চাৰ্ল্‌ছলৈ লিখিলে, "জোৱানৰ উদ্ধাৰ আৰু তেওঁৰ জীৱন ৰক্ষাৰ অৰ্থে আপুনি যথাসাধ্য চেষ্টা কৰক,—অৰ্থৰ ফালে লক্ষ্য নকৰিব। যদিহে এনে সময়তো আপুনি নিৰ্জীৱৰ দৰে বহি থাকে, তেনেহলে আপোনাৰ ব্যক্তিত্বৰ ওপৰত এটা মছিব নোৱৰা

ডাঙৰ ছেকা পৰিব, আৰু এনে নিৰ্বিকাৰ ভাৱৰদ্বাৰা আপোনাৰ অকৃতজ্ঞতাৰ পৰিচয় দিয়া হব।" কিন্তু ৰজাই এই চিঠি পায়ো নীৰৱে থাকিল। তেওঁ জোৱানক মুক্ত কৰাৰ অৰ্থে ধন ভড়াতকৈ, বিলাসিতাত অপব্যয় কৰাটোকে বেছি ভাল যেন বিবেচনা কৰিলে। কিন্তু চাৰ্লছৰ এনে মনোভাৱ প্ৰকাশ পোৱাৰ পিছতো তেওঁৰ প্ৰতি জোৱানৰ গভীৰ শ্ৰদ্ধা অক্ষুণ্ণ থাকিল। সেই কাৰণেহে তেওঁ ঐহিক জীৱনৰ শেষ মুহূৰ্তত অগ্নিকুণ্ডৰ মাজৰ পৰাও চিএৰি কৈছিল যে চাৰ্লছৰ দৰে ন্যায়নিষ্ঠ খৃষ্টান জগতত কোনো নাই। চাৰ্লছ সকলো সজ গুণৰ অধিকাৰী আছিল। কিন্তু তেওঁ তাৰ সম্যক্ প্ৰকাশ কৰিব নোৱাৰাৰ প্ৰধান অন্তৰায় এয়ে আছিল যে আন মানুহৰ বুদ্ধি-পৰামৰ্শ তেওঁৰ ঘাই অৱলম্বন আছিল।

ইফালে, জোৱানে বন্দী হোৱা দিন ধৰি স্বাৰ্থান্ধ, স্বদেশদ্ৰোহী ফৰাছী আৰু নীচাশয় ইংৰাজবিলাকৰ মাজত জোৱানৰ বিষয়ে বিশদ্ আলোচনা হবলৈ ধৰিলে। ইংৰাজবিলাকে তেওঁক জুইত জাপি দিবলৈ দিহা কৰিলে। তেওঁলোকে এই সম্বন্ধে পেৰিছ বিশ্ববিদ্যালয়ৰ পণ্ডিতসকলৰ মতামত সুধি পঠালে। কিন্তু কোনো সুবুদ্ধি সম্পন্ন লোকে এই প্ৰস্তাৱৰ অনুকূল মত নিদিয়াত ৰক্তপিপাসু ৰাক্ষসবিলাক আপাততঃ নিৰস্ত হবলৈ বাধ্য হ'ল।

কিছুদিন বন্দী অৱস্থাত থকাৰ পিছত, ইংৰাজ সৈন্যই কম্পিয়েন নগৰ অৱৰোধ কৰি তাৰ অধিবাসীসকলক উপায়হীন অৱস্থাত পেলোৱা কথা শুনি, জোৱানৰ মন অতিশয় চঞ্চল হৈ উঠিল। তেওঁৰ আবেগ অন্তৰ উপচি পৰিল। এদিন ৰাতি গোপনে বৰিভয় নগৰৰ দুৰ্গৰপৰা পলাই যাবৰ মনেৰে, প্ৰাচীৰৰ ওপৰৰ-

পৰা তেওঁ জাঁপ দিলে। কিন্তু বহুত ওখৰপৰা পৰা গুণে তেওঁ শৰীৰত অলপ আঘাত পালে, আৰু কিছু সময় অচেতন অৱস্থাত পৰি থাকিল। প্ৰহৰীবিলাকে জোৱানক ধৰি আকৌ ভিতৰলৈ নিলে। দুৰ্গৰ ভিতৰৰ দয়ালু ইংৰাজ-মহিলাসকলৰ যত্ন আৰু শুশ্ৰূষাৰ গুণত, তেওঁ শীঘ্ৰে আৰোগ্য লাভ কৰিলে।

কিন্তু লাক্সেমবাৰ্গৰ ডিউকৰ অধীনৰপৰা জোৱানক এই বাৰ বাৰ্গেণ্ডিৰ ডিউকৰ তললৈ স্থানান্তৰিত কৰা হ'ল। বাৰ্গেণ্ডিৰ শাসনকৰ্তাই প্ৰথমে স্কাৰ্প্ নদীৰ ওপৰৰ আৰা নগৰত, আৰু তাৰ পিছত ক্ৰুতয় নগৰৰ দুৰ্গত জোৱানক বন্দী কৰি ৰাখিলে। ইয়াত, কিছুদিন থকাৰ পিছত, নবেশ্বৰ মাহত জোৱানক আকৌ আন এখন ঠাইলৈ নিয়া হ'ল। এই ঠাইৰ কৰেঁ দুৰ্গত, অশিক্ষিত আৰু অসৎ চৰিত্ৰৰ সৈনিকৰ লগত কাল কটাব লগা হোৱাত তেওঁ আকৌ মতা মানুহৰ সাজ পিন্ধিলে।

এই দুৰ্গত জোৱানে জীৱন্তে যম-যাতনা ভুগিবলৈ ধৰিলে। দুৰ্গৰ এচুকত, জন-সমাগমৰপৰা আঁতৰত, ব'দৰ পোহৰ এনে কি বতাহ সোমাব নোৱৰা খোঁটালী এটা তেওঁৰ বাবে বাছি উলিয়া হ'ল। এই অন্ধকাৰময় কাৰাকক্ষত শত্ৰুৱে তেওঁক হাতে-ভৰিয়ে শিকলিৰে বান্ধি পেলাই থলে। বিছনাত চিৎকৈ পেলাই লৈ গোটেই গাটো পৰ্যন্ত শিকলিৰে বিছনাৰ লগত মেৰাই থোৱা হ'ল। যাতে কোনো উপায়ে লৰচৰ কৰিব নোৱাৰে, তাৰ বাবে কঁকালত শিকলি লগাই, এডাল পাঁচফুট দীঘল কাঠৰ লগত টানকৈ বন্ধাত, জোৱানে নিৰ্জীৱৰ দৰে হাত-ভৰি এৰি পৰি থাকিবলৈ বাধ্য হ'ল। এনে কি, তেওঁক ঘুমাই থবলৈ লোৰ পিঁজৰা এটাও সজোৱা হৈছিল। কৰেঁ দুৰ্গলৈ অনা দিনৰপৰা,

বিচাৰ আৰম্ভ হোৱা দিনলৈ, তেওঁ এই দৰে অসহ্য যন্ত্ৰণা ভুগিবলৈ ধৰিলে। প্ৰসিদ্ধ ঐতিহাসিক পণ্ডিত টাৰ্ণাৰ চাহাবে ইংলণ্ডৰ ইতিহাসত জোৱানৰ বন্দী অৱস্থাটো অতিশয় মৰ্মস্পৰ্শী-ৰূপে বৰ্ণনা কৰিছে।

কৰেঁ দুৰ্গতি বন্দী হৈ থকা কালত হেমণ্ড বোলা এজন মানুহে জোৱানৰ লগত সাক্ষাৎ কৰিলে। হেমণ্ডৰ লগত তেওঁৰ আগৰ-পৰাই চিনাকি আছিল। তেওঁ জোৱানক কলে, যে তেওঁ যদি আৰু কোনো দিন অস্ত্ৰ নধৰো বুলি কয়, তেনেহলে তেওঁ জোৱানক অৰ্থৰ সহায়েৰে মুক্ত কৰিবলৈ ৰাজী হব পাৰে। জোৱানে এই শ্লেষ বুজি পাই কলে, "হেমণ্ড, তুমি মোক ঠাট্টা নকৰিবা। মোক মুক্ত কৰাৰ তোমাৰ ইচ্ছাও নাই, শক্তিও নাই।" হেমণ্ডে দঢ়াই দঢ়াই কোৱাত জোৱানে কলে, "মই জানো, ইংৰাজবিলাকে মোক হত্যা কৰিব। তেওঁলোকৰ বিশ্বাস যে মোক মাৰি তেওঁলোকে এই ফৰাছী ৰাজ্য নিজৰ হস্তগত কৰিব। কিন্তু তেওঁলোকে জানি ৰখা উচিত যে এটা নহয়, এশটা, হেজাৰটা ইংৰাজ জাতি আহিলেও ভগৱানৰ ধৰ্মৰাজ্য তেওঁলোকে অধিকাৰ কৰিব নোৱাৰে। মই বৰ্তমানে শত্ৰুৰ হাতত বন্দী। এনে অৱস্থাত মোক হত্যা কৰা তেওঁলোকৰ পক্ষে অতি সহজ কাম। কিন্তু মোৰ বিশ্বাস, মোৰ মৃত্যুৰ পিছতো তেওঁলোক নিষ্কণ্টক নহব। হে ভগৱান, পাশৱিকতাৰ দাৰুণ অত্যাচাৰত মোৰ প্ৰাণ যাব পাৰে, তোমাৰ এই নিৰপৰাধিণী, নিঃসহায়া বালিকাই নিদাৰুণ উৎপীড়নৰ মাজেদি তিলে তিলে মৃত্যুৰ মুখলৈ আগুৱাবই লাগিছোঁ—তাৰ বাবে মোৰ অকণো দুখ নাই; কিন্তু একমাত্ৰ প্ৰাৰ্থনা যেন মোৰ এই মৰণৰ ওপৰতেই মোৰ স্বৰ্গাদপি গৰীয়সী জন্মভূমিৰ স্বাধীনতা সুপ্ৰতিষ্ঠিত

হৈ আবহমান কাল চলি থাকিব পাৰে; মোৰ মৃত্যুৰ পিছত এই দেশত যেন শত শত জোৱানৰ জন্ম হয়,—মোৰ এই ক্ষুদ্ৰ হৃদয়ৰ প্ৰত্যেক শোণিতবিন্দু যেন দেশবাসীৰ শিৰে শিৰে সঞ্চাৰিত হয়,—মোৰ অশৰীৰী আত্মা যেন সকলোৰে অন্তৰত প্ৰৱেশ কৰিব পাৰে,—মোৰ মৃত্যুৰ পিছত সকলো ফৰাছী প্ৰজাৰ প্ৰাণ দেশোদ্ধাৰৰ কাৰণে যেন উদ্বুদ্ধ হয়।

লিগনী, ষ্টাফোৰ্ড্ আৰু আৰ্ল্-অৱ-ওৱাৰউইক্ সেই সময়ত তাত উপস্থিত আছিল। ষ্টাফোৰ্ডে এই তেজোময়ী উক্তি সহ্য কৰিব নোৱাৰিলে, তেওঁ খাপৰপৰা তৰোৱাল উলিয়াই জোৱানক কাটিবলৈ উদ্যত হ'ল। কিন্তু আৰ্ল্-অৱ-ওৱাৰউইকেহে তেওঁক ক্ষান্ত কৰিলে।

কাৰাগাৰৰ অমানুষিক অত্যাচাৰ আৰু অসভ্য ব্যৱহাৰে জোৱানে বিশেষ ধৈৰ্য্যেৰে সহি আছিল, এয়ে তেওঁৰ দৈৱিক মহত্ত্বৰ পৰিচায়ক। জোৱানৰ এই সহনশীলতাই তেওঁৰ অসীম সাহস আৰু দৃঢ় প্ৰতিজ্ঞাৰ প্ৰকৃষ্ট প্ৰমাণ দিয়ে। পাঁচ মাহৰ ওপৰ কাল তেওঁ অসহনীয়কো সহনীয় আৰু অসম্ভৱকো সম্ভৱ কৰি নিৰ্যাতিত হৈছিল, নাৰীৰ এই মহৎ দৃষ্টান্ত জগতত অতি বিৰল। অসম-কন্যা জয়মতী আৰু অৰ্লিন্স্-কুমাৰী জোৱান ডা'ৰ্ক একে শাৰীৰ। ইংৰাজ লিখক এণ্ডু লেং চাহাবে তেওঁৰ 'মেইড্ অৱ্-ফ্ৰান্স্ (ফৰাছী-কুমাৰী) বোলা পুথিখনিত লিখিছে,—জোৱানৰ সৰ্বাঙ্গসুন্দৰ ব্যক্তিত্বৰ মহত্ব কাৰাগৃহৰ অমানুষিক নিৰ্যাতনৰ মাজেদি চৰম উৎকৰ্ষ লাভ কৰিছিল, আৰু তাৰ দিব্য জ্যোতি স্পষ্টতমৰূপে বিকশিত হৈছিল।

## বিচাৰৰ আয়োজন




ৱানে অতি কষ্টেৰে কাৰাগাৰৰ নাৰকীয় অন্ধকাৰত দিন কটাবলৈ ধৰিলে। ইফালে তেওঁৰ শত্ৰুবিলাকে জোৱানৰ ধ্বংসৰ উপায় বিচাৰি মতলীয়া হ'ল। ফ্ৰান্সৰ কেজনমান বিদ্ৰোহী আৰু স্বাৰ্থান্বেষী কুলাঙ্গাৰে ইংৰাজ সৈন্যৰ লগত যোগ দি জোৱানৰ বিৰুদ্ধে নানা কু-কথাৰ অপপ্ৰচাৰ কৰিবলৈ ধৰিলে। ইংৰাজবিলাকৰ দৃঢ়-ধাৰণা হৈছিল যে জোৱানে যদিহে কোনো প্ৰকাৰে মুক্তি পায় তেনেহলে কোনো ৰকমে ইংৰাজপক্ষৰ জয়লাভৰ আশা নাই, আৰু অচিৰাৎ সমগ্ৰ ফ্ৰান্স্ দেশ ফৰাছীৰ হাতলৈ যাব। গতিকে, তেওঁলোকে সকলো সম্ভৱপৰ ষড়যন্ত্ৰ কৰি, জোৱানৰ বিচাৰটো যাতে সামৰিক আদালতত নহৈ, ধৰ্ম-আদালততহে হয়, তাৰ ব্যৱস্থা কৰিবলৈ বিচাৰিলে। শত্ৰুপক্ষই তেওঁক 'ছয়তানী', 'ডাকিনী' আদি কথাৰে গালি পাৰি খৃষ্টান ধৰ্মৰ বিৰুদ্ধাচাৰিণী বুলি, তেওঁক ধৰ্মযাজকবিলাকৰ হাতত অৰ্পণ কৰিলে।

কচন নামে এজন অতিশয় কুট প্ৰকৃতিৰ ফৰাছী দেশদ্ৰোহী মানুহ এই বিচাৰকাৰ্যত নিযুক্ত হ'ল। কচন সেই সময়ত এটা গিৰ্জাৰ

অধ্যক্ষ আছিল। স্বাৰ্থসিদ্ধিৰ কাৰণে তেওঁ স্বদেশৰ বিৰুদ্ধে বিদ্ৰোহ আচৰণ কৰিছিল। তেওঁ এই সুযোগতে স্বাৰ্থসিদ্ধি আৰু ইংৰাজৰ অনুগ্ৰহ লাভৰ সুযোগ পাই, নানা কৌশলেৰে এই বিচাৰৰ নেতৃত্ব নিজৰ হাতত ললে, আৰু নিজে ষড়যন্ত্ৰ কৰি জোৱানক ডাকিনী বুলি প্ৰতিপন্ন কৰিবলৈ পুৰুষাৰ্থ কৰিলে। বাৰ্গেণ্ডিৰ শাসনকৰ্তাই তেওঁৰ কাৰ্যাৰম্ভৰ পদ্ধতিত সন্তুষ্ট হৈ কচনক ৭৬৫ টা লিভাৰ বোলা ফৰাচী মুদ্ৰা উপহাৰ দিলে।

ফ্ৰান্সৰ ধৰ্মাধ্যক্ষসকলৰ মাজত এই বিষয়ে আন্দোলন লাগিল। তেওঁলোকৰ প্ৰধান ধৰ্মযাজক গৰাকীয়ে সৰ্বসম্মতিক্ৰমে কচনলৈ এই মৰ্মে এখন চিঠি লিখিলে, "ফৰাচী বীৰাঙ্গনা জোৱানৰ বিচাৰৰ ভাৰ আপোনাৰ ওপৰত ন্যস্ত হোৱাৰ বাতৰি পালোঁ। যদিহে তেওঁ প্ৰচলিত ধৰ্মৰ বিৰুদ্ধাচাৰিণী বুলি বিশ্বাস হয়, তেনেহলে ন্যায়সঙ্গত ৰীতি আৰু ধৰ্মাবিধি অনুসৰি জোৱানৰ বিচাৰৰ ভাৰ আমাৰ ওপৰতহে। গতিকে, সকলো কথা বুজি চাই আপুনি অতি শীঘ্ৰে আমাৰ ওচৰলৈ পঠাই দিয়ক।"

ইংলণ্ডৰ কাৰ্ডিনেল অৰ্থাৎ ধৰ্মাধ্যক্ষৰ আদেশক্ৰমে পেৰিছৰ ধৰ্মযাজকে কচনলৈ এই চিঠি লিখিলে। কিন্তু সেই সময়ত বাৰ্গেণ্ডিৰ শাসকৰ্তাৰ হাতত জোৱান বন্দী অৱস্থাত। তেওঁ কচনৰ পৰামৰ্শমতে ধৰ্মযাজকৰ এই নিৰ্দেশ অন্যায় আৰু অসঙ্গত বুলি নিন্দা কৰি জোৱানক পৰৰ হাতত দিবলৈ অস্বীকাৰ কৰিলে।

ইফালে কচনে বাৰ্গেণ্ডিৰ শাসনকৰ্তাৰ পৰামৰ্শমতে পেৰিছ বিশ্ববিদ্যালয়লৈ এই বিচাৰ সম্বন্ধে পৰামৰ্শ সুধি পঠালে। সেই সময়ত পেৰিছ ইংৰাজৰ হাতত; গতিকে পেৰিছৰ অধিবাসী-

সকলে সকলো কথাতে ইংৰাজৰ মুখাপেক্ষী হৈ চলিব লাগিছিল; তদুপৰি বিশ্ববিদ্যালয়ৰ কেজনমান সদস্যৰ কচনৰ লগত ঘনিষ্ঠ সম্বন্ধ থকাত, তেওঁলোকে কচনৰ হাতত এই বিচাৰকাৰ্যৰ ভাৰ দিয়াটো উচিত হৈছে বুলি অভিমত প্ৰকাশ কৰিলে। কিন্তু কচন ইয়াতো ক্ষান্ত নহ'ল। তেওঁ ইংলণ্ডৰ ৰজা ষষ্ঠ হেন্‌ৰীলৈ এখন বহুপ্ৰশংসাপূৰ্ণ চিঠি লিখিলে, আৰু ইয়াকো বুজালে যে সামান্য ছোৱালী এজনীৰ বিচাৰৰ ভাৰ ৰজাই লবৰ কোনো আৱশ্যক নাই; তেওঁ নিজে এই কাৰ্য যথাশক্তি সম্পন্ন কৰিবলৈ প্ৰস্তুত। হেন্‌ৰীৰ তেতিয়া কোমল বয়স। তেওঁ পাৰিষদবৰ্গৰ মিঠা কথাত সকলো পাহৰি আৰু কচনৰ প্ৰশংসাবাক্যত ভোল গৈ কচনক বিচাৰকাৰ্যত নিযুক্ত কৰিলে।

এই বাদানুবাদ চলি থাকোঁতে ইংৰাজৰ হাতত থকা দুখন চহৰ ফৰাছীসকলে কাঢ়ি ললে। ফৰাছী সৈন্যৰ মাজত আকৌ নতুন অনুপ্ৰেৰণাৰ সঞ্চাৰ হ'ল। ইংলণ্ডৰ কাৰ্ডিনেলে এইবোৰৰ বাতৰি পাই বৰ ভয় পালে। যাতে জোৱানৰ বিচাৰ ন্যায়সঙ্গত-ৰূপে হয়, তেওঁ তাৰ চেষ্টা কৰিলে। কিন্তু, ৰজা-প্ৰজা কোনোৱে তেওঁৰ সদুপদেশলৈ কাণ-সাৰ নিদিলে। তেওঁলোকে পেৰিছ নগৰত মহা সমাৰোহেৰে ইংলণ্ডৰ অধিপতি হেন্‌ৰীৰ ৰাজ্যাভিষেক কাৰ্য সম্পন্ন কৰি, তেওঁক ফ্ৰান্সৰো অধিপতি বুলি প্ৰচাৰ কৰাত আয়োজন কৰিলে। ১৪৩০ খৃষ্টাব্দত এই উৎসৱ সুকলমে সম্পন্ন হ'ল।

কচনৰ অধীনত আন কেজনমান, নীতিশাস্ত্ৰবিশাৰদ লোকক ইংলণ্ডৰ ৰজাই জোৱানৰ বিচাৰ-ভাৰ অৰ্পণ কৰিলে। এই বিচাৰককৰ্গৰ বেছিৰ ভাগ বাৰ্গেণ্ডিৰ শাসনকৰ্তাৰ পক্ষৰ মানুহ,—

তেওঁলোকে ন্যায় সমৰ্থন কৰাতকৈ বাৰ্গেণ্ডিৰ শাসনকৰ্তাক বা হেনৰীক সমৰ্থন কৰাহে শ্ৰেয়স্কৰ বুলি ভাবিছিল। দুই এগৰাকী ধৰ্মপ্ৰাণ আৰু ন্যায়বান পুৰুষ থাকিলেও, তেওঁলোকৰ ব্যক্তিগত আন বিচাৰকসকলে ভ্ৰুক্ষেপকে নকৰিছিল। বিচাৰপণ্ডিতসকলৰ মাজত লোহিয়াৰ বোলা এজনে আপত্তি কৰিলে যে ন্যায়বিধিমতে জোৱানৰ বিচাৰৰ ভাৰ ধৰ্মাধিকৰণৰ হাততহে। যদিহে জোৱান সঁচাকৈ ধৰ্মদ্বেষিণী বুলি প্ৰমাণ পোৱা যায়, তেনেহলে তেওঁৰ বিচাৰ ধৰ্মমন্দিৰৰ বিচাৰালয়তহে হোৱা উচিত হব। গতিকে, কাৰ্ডিনেলৰ নিয়োগ আৰু নিৰ্দেশমতেহে তেওঁক বিচাৰ কৰা যাব পাৰে। এই বিচাৰ দুৰ্গৰ ভিতৰত পতাৰ আয়োজন হৈছিল। প্ৰচলিত আইন অনুসৰি কোনো বিচাৰ গুপ্তভাৱে হব নোৱাৰে। যাতে জনসমাজে সকলো কথা জানি বিচাৰকাৰ্যৰ নিৰপেক্ষতা বুজি পায়, তাৰ ব্যৱস্থা কৰা উচিত। দ্বিতীয়তঃ, বিচাৰকাৰ্য যি প্ৰকাৰে কৰিবলৈ আয়োজন কৰা হৈছে, তাত ফ্ৰান্সৰ ৰজাৰ ঘোৰ অপমান হব। বৰ্তমান এই বিচাৰত, চাৰ্লছ্ জোৱানৰ পক্ষৰ মানুহ, আৰু আচলতে তেওঁৰহে এই মোকৰ্দমা। গতিকে চাৰ্লছ্ নাইবা তেওঁৰ প্ৰতিনিধি এজন উপস্থিত নোহোৱাকৈ এই বিচাৰ আৰম্ভ হবও নোৱাৰে। তৃতীয়তঃ, জোৱান কোমল বয়সীয়া ছোৱালী, তেওঁৰ পক্ষ সমৰ্থন কৰিবলৈ কোনো নথকাকৈ, বিশেষতঃ তেওঁৰ পক্ষৰ কোনো আইনজ্ঞ নথকাকৈ বিচাৰ আৰম্ভ কৰা অন্যায় হব। ইত্যাদি নানা প্ৰকাৰ সুযুক্তিপূৰ্ণ আপত্তি দেখুৱাই অন্ততঃ তিনি দিনলৈ এই বিচাৰকাৰ্য স্থগিত ৰাখিবলৈ তেওঁ বিচাৰকমণ্ডলীক অনুৰোধ কৰিলে। কিন্তু তেওঁৰ আপত্তি অগ্ৰাহ্য হ'ল। কচনৰ ইঙ্গিত অনুসৰি অধিক সংখ্যক বিচাৰকে লোহিয়াৰৰ বিপক্ষে মত প্ৰকাশ কৰিলে।

কচন ইমানতো ক্ষান্ত নহ'ল। লোহিয়াৰক জোৱানৰ পক্ষ সমৰ্থন কৰা দেখি তেওঁৰ বৰ খং উঠিল, আৰু লোহিয়াৰক পানীত মাৰিবলৈ ষড়যন্ত্ৰ কৰিলে। লোহিয়াৰে কচনৰ পিশাচ প্ৰকৃতিৰ অভিপ্ৰায় বুজি পাই পলাই আন ঠাইলৈ গুচি গ'ল। নিকোলাচ নামে আন এজন বিচাৰকে জোৱানৰ পক্ষ সমৰ্থন কৰি মত দিয়াত, কচনে তেওঁক ৰাজ্যদেশত বন্দীশালত পেলাই থোৱালে।

এইদৰে সুবিবেচক বিচাৰকসকলক আঁতৰাই কচনে জোৱানৰ বিৰুদ্ধে মিছা সাথী বিচাৰি গুপ্তচৰ পঠালে। ঐতিহাসিকসকলে কয় যে গুপ্তচৰবিলাক অন্যায় চেষ্টাসত্বেও কোনো মানুহে জোৱানৰ বিৰুদ্ধে মিছা সাক্ষ্য দিবলৈ আগ বাঢ়ি নাহিল। বজাই নিশ্চেষ্ট-ভাৱে দিন কটালেও, প্ৰজাসকলৰ হৃদয়ত তেতিয়াও জোৱানৰ প্ৰতি গভীৰ শ্ৰদ্ধা-ভক্তি জাগৰুক আছিল। তেওঁলোকে আন একোকে কৰিব নোৱাৰিলেও, অৰ্লিন্স-কুমাৰীৰ মুক্তিৰ অৰ্থে সদায় ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিছিল।

## বিচাৰ


ই অয়োজনৰ অন্তত ১৪৩১ চনৰ জানুৱাৰীৰ ৯ দিন যোৱাত জোৱানৰ বিচাৰ আৰম্ভ হ'ল। কিন্তু আঠগৰাকী বিচাৰকৰ কেজনমানে আকৌ প্ৰস্তাৱিত বিচাৰপদ্ধতিৰ প্ৰতিবাদ কৰিলে। কচনে আন একো উপায় নাপাই, তেওঁৰ বিপক্ষবাদীসকলক আঁতৰাই, নিজৰ অভিৰুচিমতে নতুন বিচাৰক নিযুক্ত কৰালে। উদ্দেশ্যসাধন পথৰ কণ্টক নিৰ্মূল কৰি কচনে অকৌ ২১ জানুৱাৰীৰ দিনা কাৰ্য আৰম্ভ কৰিলে। জোৱানক বন্দীৰ সাজ পিন্ধাই বিচাৰালয়ত উপস্থিত কৰা হ'ল।

বিচাৰপতিসকলক সম্বোধন কৰি জোৱানে কলে, "বিচাৰপতিসকল, মোৰ কাৰ্যৰ পুৰস্কাৰ অথবা শাস্তি আপোনালোকৰ হাতত,—তাৰ বাবে মোৰ অনুকুলে মত প্ৰকাশ কৰিবলৈ মই আপনালোকক অনুৰোধ নকৰোঁ; কিন্তু মোৰ বিশ্বাস, দোষীৰ পক্ষ সমৰ্থন কৰি আদালতত উপস্থিত হবলৈ কোন আইনজ্ঞ ব্যক্তিক, কোনো প্ৰচলিত আইনে বাধা নিদিয়ে। গতিকে, আপোনালোকে অনুগ্ৰহ কৰি, মোৰ পক্ষ সমৰ্থন কৰি যদি কোনো মানুহে বিচাৰালয়ত উপস্থিত হব খোজে, তেওঁক সেই কাম কৰিবলৈ অনুমতি দিয়ক।" কিন্তু জোৱানৰ এই প্ৰাৰ্থনালৈ কোনোৱে কৰ্ণপাত নকৰিলে।

তেওঁৰ প্ৰাৰ্থনা অগ্ৰাহ্য হ'ল। জোৱানে নানা সুযুক্তি দৰ্শালে, কিন্তু তেওঁৰ কথাত কোনোৱে মত নিদিলে।

ইয়াৰ পিছত জোৱানে প্ৰাৰ্থনা কৰিলে যেন উপাসনা কৰিবলৈ নিতৌ তেওঁক গিৰ্জালৈ যাব দিয়া হয়। এই প্ৰাৰ্থনাও তেওঁৰ মঞ্জুৰ নহ'ল। কচনে কলে যে জোৱানে যি বিষম দোষণীয় কাৰ্য কৰি ভগৱানৰ ওচৰত অপৰাধী হৈছে, সেই কথালৈ বিবেচনা কৰি, ধৰ্ম আলোচনা বা উপাসনাত যোগ দি অনুতাপ কৰিবলৈও সুযোগ দিয়া আইনবিৰোধী কাৰ্য।

বিচাৰকসকলে দোষীক জেৰা কৰিব পাৰিছিল। কচনে জোৱানক সঁচা কথা কবলৈ আদেশ কৰিলে। জোৱানে কলে, "আপোনালোকে কি প্ৰশ্ন কৰিব, মই নাজানো। হয়তো এনেকুৱা প্ৰশ্নও কৰিব পাৰে, যি সম্বন্ধে মোৰ অলপো জ্ঞান নাই। আৰু এনে প্ৰশ্নও সুধিব পাৰে যে মই তাৰ বিষয়ে জানিলেও উত্তৰ দিবলৈ বাধ্য নহওঁ। বিশেষকৈ এইটো জানিব যে মোৰ শিৰচ্ছেদ কৰিলেও দৈৱবাণী সম্পৰ্কে মই একো নকওঁ।"

বিচাৰ আৰম্ভ হ'ল। বয়স সম্বন্ধে প্ৰশ্ন কৰাত তেওঁ উত্তৰ দিলে যে সেই সময়ত তেওঁৰ বয়স ১৯ বছৰ। তেতিয়া কচনে প্ৰশ্ন কৰিলে, "তুমি বৰিভয় নগৰৰ দুৰ্গৰপৰা পলাবলৈ চেষ্টা কৰিছিলা,— সঁচানে ?"

জোৱান—সঁচা। মই শুনিছিলোঁ যে কম্পিয়েন নগৰ ইংৰাজে অৱৰোধ কৰিব। এই বাতৰিয়ে মোক ব্যাকুল কৰিলে। কম্পিয়েনৰ দুৰ্দশাগ্ৰস্ত অধিবাসীসকলৰ চিন্তা মোৰ মনলৈ আহিল। তেওঁলোকক ৰক্ষাৰ অৰ্থে কোনো উপায় পোৱা সম্ভৱ নে, আলোচনা কৰিবলৈ ধৰিলোঁ। দৈৱবাণীয়ে মোক যাবলৈ বাধা

দিয়াতো মোৰ মনে নামানিলে। উত্তেজনাৰ বশ হৈ এদিন কোনোৱে নজনাকৈ পলাবলৈ চেষ্টা কৰিছিলোঁ। কাৰণ, মোৰ মনত খেলাইছিল যে কম্পিয়েনৰ সহজ-সৰল অধিবাসীসকল যদি শত্ৰুৰ হাতত ধ্বংস হব লগা হয়, তেনেহলে মোৰ মৃত্যুও শ্ৰেয়ঃ। দুৰ্গৰপৰা পলায়নৰ চেষ্টা, মোৰ ইও এটা মুখ্য কাৰণ এই যে কেজনমান স্বাৰ্থান্বেষী মানুহে মোক ইংৰাজৰ ওচৰত বিক্ৰী কৰিছে। শত্ৰুৰ হাতত বন্দী অৱস্থাত কাল কটোৱাতকৈ মৃত্যুও মোৰ মনত সুখকৰ। মোৰ বিশ্বাস, মনৰ এনে অৱস্থাত পলায়নৰ চেষ্টা কোনো প্ৰকাৰে দোষণীয় হব নোৱাৰে।

কচন—দৈৱবাণীয়ে তোমাক পলাবলৈ কৈছিল নে?

জোৱান—নাই, কোৱা নাছিল। চেণ্ট্ কেথাৰিনে মোক সদায় কৈছিল যে কম্পিয়েনৰ কাৰণে উদ্বিগ্ন হোৱাৰ কোনো কাৰণ নাই। ভগৱানে তাৰ অধিবাসীসকলক সহায় কৰিব। মই তাৰ উত্তৰত কৈছিলোঁ যে ভগৱান তেওঁলোকৰ সহায় হব বুলিয়েই, মোৰো তেওঁলোকৰ লগত মিলিত হবৰ ইচ্ছা।

কচন—তুমি যেতিয়া জঁপিয়াই পৰা, মৰিবা বুলি ভাবিছিলা নে?

জোৱান—তেনে কথা ভবা বুলি মোৰ মনত নপৰে। সেই সময়ত মই ইয়াকে মাথোন ভাবিছিলোঁ যে মই যেন পুনৰায় ইংৰাজৰ হাতত বন্দী নহওঁ।

কচন—যেতিয়া জঁপিয়াই পৰাৰ দুই-তিনি দিন পিছত তোমাৰ জ্ঞান আহিল, তেতিয়া ভগৱানক তুমি নিন্দা কৰিছিলা নেকি?

জোৱান—ভগৱানক নিন্দা মই তেতিয়াও কৰা নাই। বৰং তেওঁৰ ওচৰত ক্ষমা প্ৰাৰ্থনাহে কৰিছিলোঁ।

ইয়াৰ পিছত বিচাৰকসকলে জোৱানক আকাশীবাণী সম্বন্ধে নানা

প্ৰশ্ন কৰিবলৈ ধৰিলে। জোৱানে সংক্ষেপে ইয়াকে কলে যে সেই বিষয়ে কোনো কথা কবলৈ তেওঁ ভগৱানৰ আদেশ পোৱা নাই। কচনে সুধিলে, "সঁচা কথা কোৱাত দোষ কি?" জোৱানে উত্তৰ দিলে, "ভগৱানৰ আদেশ আপোনাৰ নিমিত্তে নহয়, ৰজাৰ নিমিত্তে। আপোনাৰ আগত সেই কথা প্ৰকাশ কৰি মই ভগৱানক অসন্তুষ্ট কৰিব নোৱাৰোঁ।" তাৰ পিছত আকুলভাৱে কবলৈ ধৰিলে, "কচন, মোৰ দোষ-গুণ বিচাৰ কৰাৰ ক্ষমতা তোমাৰ নাই। ঈশ্বৰে মোক ৰজাৰ ওচৰলৈ পঠাই দিছে। ইয়াত মোৰ কোনো প্ৰয়োজন নাই। তুমি যদি নিজৰ মঙ্গল কামনা কৰা, তেনেহলে অবিলম্বে মোক ৰজাৰ ওচৰলৈ যাবলৈ দিয়া।"

জোৱানৰ এই তেজস্বী কথা শুনি বিচাৰকসকল স্তব্ধ হ'ল। কিন্তু কচনে তালৈ মনোযোগ নিদি প্ৰশ্ন কৰিলে, "তুমি ঈশ্বৰৰ অনুগ্ৰহ লাভ কৰিছিলা নে?" এই প্ৰশ্নৰ উত্তৰ অতি বিপদজনক। যদি জোৱানে এই কথা স্বীকাৰ কৰে, কচনে কব, তেওঁ গৰ্বিতা। প্ৰকৃততে এই পাপপূৰ্ণ সংসাৰত 'মই দেৱানুগ্ৰহ লাভ কৰিছোঁ' বুলি নিতান্ত দাম্ভিকৰ বাহিৰে আন কোনোৱে কবলৈ সাহ নকৰে। পক্ষান্তৰে যদি নাই পোৱা বুলি জোৱানে কয়, তেনেহলেও বিপদ্। কাৰণ, তেনেহলে এইটো প্ৰতিপন্ন হব যে জোৱানে দেৱানুগ্ৰহ পোৱা নাই। গতিকে তেওঁ মিথ্যা-বাদিনী। নহলে নিজক কি প্ৰকাৰে দেৱানুগৃহীতা বুলি প্ৰচাৰ কৰে? কিন্তু এনে প্ৰশ্ন শুনিও তেওঁ অপ্ৰতিভ নহ'ল। জোৱানে গম্ভীৰভাৱে উত্তৰ দিলে, "যদি মই দেৱানুগ্ৰহ পাইছোঁ, তেনেহলে মোৰ প্ৰাৰ্থনা, যেন সেই অনুগ্ৰহৰপৰা কেতিয়াও বঞ্চিত নহওঁ।

আৰু যদিহে অনুগ্ৰহ লাভ কৰা নাই, তেনেহলে অচিৰাৎ যেন তেওঁৰে কৃপাকণা লাভ কৰিবলৈ সক্ষম হওঁ।” এনেবোৰ কথাৰ মাজেৰেই জোৱানৰ উপস্থিত-বুদ্ধি, সৰলচিত্ততা আৰু ভক্তিমূলক বিনয়ৰ সম্যক্ পৰিচয় পোৱা যায়।

এইদৰে প্ৰথম চাৰি দিনৰ বিচাৰকাৰ্য শেষ হ'ল। নিতৌ পুৱাতে বিচাৰ আৰম্ভ হৈ দুপৰীয়ালৈ আছিল। জোৱানে লঘোনে থাকিলেও তাৰপৰা তেওঁৰ একো অসুবিধা হোৱা নাছিল। পঞ্চম দিনৰ বিচাৰ বহিল। কচনে আকৌ দৈৱবাণী সম্বন্ধে জোৱানক প্ৰশ্ন কৰিলে। তেওঁ সুধিলে, “তুমি দৈৱবাণী শুনা কথাটো সঁচা বুলি বিশ্বাস কৰা নে?” জোৱানে কলে, “মই ঈশ্বৰৰ অস্তিত্ব যেনে নিঃসন্দেহে বিশ্বাস কৰোঁ, তেনেকৈ দৈৱবাণী শুনা বিষয়তো মোৰ তিলমাত্ৰও সন্দেহ নাই। আপোনালোকে মোক অবিশ্বাসী আৰু মিথ্যাবাদী বুলি বিশ্বাস কৰিছে। কিন্তু চাৰ, সাত বছৰ অতীত নৌহওঁতেই ইংৰাজৰ অৰ্লিন্সতকৈও ডাঙৰ আৰু বেছি আৱশ্যকীয় দাবী এটা পৰিত্যাগ কৰিব লাগিব। (ইংৰাজবিলাক ১৪৩৬ চনত পেৰিছৰ যুদ্ধত পৰাস্ত হোৱাত, পেৰিছ ফৰাচীসকলৰ হাতলৈ আহে) আৰু ফ্ৰান্সৰ ওপৰত সকলো স্বত্বকে তেওঁলোকে এৰি দিব লাগিব। (১৪৩৯ চনত ইংৰাজৰ হাতৰপৰা নৰ্মাণ্ডি অঞ্চল ফৰাচীসকলে কাঢ়ি লয়) ইয়াৰ পিছত জোৱানক তেওঁৰ আঙঠিৰ বিষয়ে নানা প্ৰশ্ন কৰা হ'ল।

কচন—তোমাৰ হাতৰ আঙঠিবোৰ তুমি ক'ত পাইছিলা, আৰু তাত কি লিখা আছিল?

জোৱান—আই-বোপায়ে মোক দুটা আঙঠি দিছিল। তাৰ

বাহিৰেও কৰ্কাইদেৱে আন এটা আঙঠি দিছিল। আঙঠিৰ গাত যীশুৰ নাম লিখা আছিল।

কচন—দৈৱবাণীয়ে তোমাক কিবা বিষয়ে আশ্বাস দিছিল নে নাই ?

জোৱান—মই তেওঁলোকৰপৰা বহুত বাৰ আশ্বাস-বাক্য শুনিছোঁ। এবাৰ তেওঁলোকে মোক কৈছিল যে মোক স্বৰ্গলৈ নিব। আন এটা অঙ্গীকাৰ তেওঁলোকে কৰিছিল—তাৰ কথা, মই জীয়াই থাকিলে, তিনি মাহ পিছত কম।

কচন—তিনি মাহৰ পিছত তুমি মুক্তি পাবা নেকি ?

জোৱান—সেই কথা জনাৰ আপোনাৰ আৱশ্যক নাই। কেতিয়া মুক্তি পাম, মইহে তাক জনাৰ অধিকাৰী।

সঁচাকৈ জোৱানৰ মনত দৃঢ় ধাৰণা হৈছিল যে তিনি মাহৰ মূৰত তেওঁ দাসত্বশৃঙ্খলৰপৰা মুক্ত হব—আৰু আচলতে অগ্নিকুণ্ডত আত্মাহুতি দি তেওঁৰ প্ৰাণে মুক্তি পালেও।

এই দৰে বিচাৰ ছদিন চলিল। কচনৰ বিচাৰ পদ্ধতিত আকৌ প্ৰতিবাদ চলিল। বিচাৰকসকলৰ ভিতৰতো কেগৰাকীমানে এই বিচাৰ-প্ৰণালীৰ তীব্ৰ সমালোচনা কৰিলে। কচনে ভয় দেখুৱাই তেওঁলোকক বশ কৰাৰ চেষ্টা কৰিলে। কিন্তু তাৰ একো ফলোদয় নোহোৱাত, তেওঁ আকৌ নতুন বিচাৰক নিযুক্ত কৰালে। তদুপৰি, ধৰ্মবিচাৰালয়ৰপৰা বিচাৰকাৰ্য তুলি নি এইবাৰ তেওঁ কাৰাগৃহৰ বা-বতাহ নোসোমোৱা খোঁটালী এটাত এই কাৰ্য পৰিচালনা কৰিবলৈ স্থিৰ কৰিলে। জনতাই যাতে বিচাৰ সম্বন্ধে একো ভু-ভা নাপায়, তাৰ কাৰণে তেওঁ বিচাৰকক্ষৰ দুৱাৰ-খিড়িকী মাৰি বিচাৰ বহুৱালে।

আকৌ জেৰা আৰম্ভ হ'ল। কচনে সুধিলে, "স্বদেশোদ্ধাৰৰ কাৰণে পিতৃ-মাতৃৰ আদেশ অমান্য কৰি তুমি পাপ নকৰিছা নে?

জোৱান—এই বিষয়ত পিতৃমাতৃৰ আদেশ লঙ্ঘন কৰিবলৈ বাধ্য হৈছিলোঁ; আন কোনো কথাতে মই তেওঁলোকৰ বিনানুমতিত কাম কৰা নাছিলোঁ। অৱশ্যে পলাই অহাৰ পিছত, মোক ক্ষমা কৰিবলৈ অনুৰোধ পিতালৈ পঠাইছিলোঁ।

কচন—তুমি দৈৱবাণী শুনিলা; তাৰপৰা কি শিক্ষা পালা?

জোৱান—দৈৱবাণীয়ে মোক কৈছিল,—"সকলো কামকে শান্তিৰে কৰিবা, আৰু সদায় সন্তুষ্ট থাকিবা। দুখকষ্টৰ ফালে বেছি মন নিদিবা। তেনেহলে তুমি অৱশেষত স্বৰ্গৰাজ্যলৈ আহিব পাৰিবা।"

কচন—তুমি পৃথিৱীত একো পাপকাৰ্য কৰা নাই নে?

জোৱানৰ পক্ষে এই প্ৰশ্নৰ উত্তৰ দিয়া অলপ সঙ্কটজনক হৈ পৰিল। তেওঁ যদি পাপকাৰ্য কৰা নাই বুলি কয়, তেনেহলে তেওঁৰ মনত অহঙ্কাৰক প্ৰশ্ৰয় দিয়া হয়,—আৰু সেয়ে পাপ। আৰু যদিহে পাপ কৰা বুলি গাত মিছাকৈ পাপ জাপি লয়, তেনেহলে প্ৰমাণ হব যে ধৰ্মমতে তেওঁ দোষী। কিন্তু জোৱানে অতি সুন্দৰভাৱে তাৰ উত্তৰ দিলে,—ভগৱানে জানে।

কচন—পিতৃমাতৃৰ অবাধ্য হোৱা, দুৰ্গৰপৰা পলায়নৰ চেষ্টা কৰা আদি কাৰ্য তুমি পাপ বুলি নাভাবা নে?

জোৱান—সেই কথা জানি আপোনাৰ লাভ কি? কিবা পাপ কৰিছোঁ যদি ধৰ্মগুৰু আৰু ভগৱানৰ ওচৰত তাক স্বীকাৰ কৰি ক্ষমা খুজিম—আপোনাৰ আগত নহয়।

কচন—তুমি সঁচা কথা কোৱা নে?

জোৱান—এনে অসঙ্গত প্ৰশ্ন আকৌ সুধিলে মই কোনো কথাৰ উত্তৰ নিদিম।

ইয়াৰ পিছত জোৱানে আকৌ উপাসনা কৰিবলৈ গিৰ্জালৈ যাবলৈ অনুমতি খুজিলে। কিন্তু পূৰ্বৰ দৰে তেওঁৰ অনুৰোধ এইবাৰো প্ৰত্যাখ্যান কৰা হ'ল। বিচাৰকসকলে ধৰ্মগুৰু আৰু দৈৱবাণী সম্পৰ্কে পুৰণি প্ৰশ্নবোৰ আকৌ তুলিলে। জোৱানে বাৰে বাৰে একে কথাকে কৈ থাকিবলৈ অসম্মতি প্ৰকাশ কৰিলে।

এই দৰে মাৰ্চৰ ১৭ তাৰিখ পৰিলহি। সিদিনা কথা প্ৰসঙ্গত তেওঁ কলে যে ফৰাছীসকলৰ শুভদিন আহিছে। শীঘ্ৰে তেওঁলোকে এনে এটা সংকাৰ্যত হাত দিব যে ফ্ৰান্সৰ ইমূৰৰপৰা সিমূৰলৈকে সমগ্ৰ দেশ আলোড়িত হৈ উঠিব। আচাৰিত এয়েহে যে সঁচাকৈ ১৪৩৫ চনত আৰা নগৰৰ সন্ধি অনুসৰি বাৰ্গেণ্ডি আৰু ফ্ৰান্সৰ মাজত আকৌ মিত্ৰতা স্থাপিত হয়; লগে লগে ইংৰাজ আৰু বেড্‌ফোৰ্ডৰ শাসনৰ অন্ত পৰে।

এই বাৰ নতুন প্ৰসঙ্গ উত্থাপন কৰা হ'ল। জোৱানে আত্মসমৰ্পণ কৰিবলৈ প্ৰস্তুত আছে নে নাই,—এই কথা বিচাৰপতিসকলে তেওঁক সুধিলে। জোৱানে উত্তৰ দিলে, "মোক ভগৱানে প্ৰেৰণ কৰিছে। তেওঁৰ সদিচ্ছাৰ কাৰণেই মই ইয়াত এইবোৰ কাম কৰিছোঁ। গতিকে, সমুদয় কামৰ বাবে মই তেওঁৰ ওচৰত আত্ম-সমৰ্পণ কৰি থৈছোঁ।" ইয়াৰ পিছত তেওঁলোকে জোৱানক ধৰ্মমন্দিৰৰ ওচৰত আত্ম-সমৰ্পণ কৰিবলৈ কলে। জোৱান নীৰৱে থাকিল।

কচন—তুমি পোপৰ ওচৰত সকলো কথা ভাঙি কবা নে?

জোৱান—আপোনালোকে মোক তেওঁৰ ওচৰলৈ পঠাই দিয়ক। যুক্তি-সঙ্গত প্ৰশ্ন সুধিলে, মই উত্তৰ দিম।

এই কথাৰপৰা বুজা যায়, জোৱানে পোপৰদ্বাৰা তেওঁৰ বিচাৰ কৰাবলৈ আগ্ৰহ প্ৰকাশ কৰিছিল ঃ কিন্তু কুট-নীতি বিচাৰকসকলে তেওঁৰ প্ৰাৰ্থনা অগ্ৰাহ্য কৰিলে।

কচনে জোৱানক কলে, "জোৱান, তুমি বোধ হয় বুজিব পাৰিছা যে এই বিচাৰ তোমাৰ পক্ষে মঙ্গলজনক নহব। যদি এতিয়াও তুমি আমাৰ পৰামৰ্শ লবলৈ ইচ্ছা কৰা, তেনেহলে আমি তোমাৰ ভালৰ বাবে চেস্টা কৰিম।" জোৱানে বিনীতভাৱে উত্তৰ দিলে, "বিচাৰপতি, এই অনুগ্ৰহ দেখুৱাৰ বাবে আপোনাক ধন্যবাদ দিছোঁ। কিন্তু ভগৱানে মোক যি আদেশ দিছে, তাত বাজে আন যুক্তি-পৰামৰ্শৰ মোৰ প্ৰয়োজন নাই।"

এইদৰে বহুত দিন তৰ্ক-বিতৰ্ক কৰিও একো প্ৰকৃত সিদ্ধান্তত উপনীত হব নোৱাৰাত বিচাৰকসকল মহা বিপদত পৰিল। তেওঁ-লোকৰ মাজত পুনৰ মতভেদ হোৱাত কচনে বৰ ভয় পালে। এজন বিচাৰকে কলে যে যিমান দূৰ বুজিব পৰা যায়, জোৱানে ধৰ্ম, ধৰ্মমন্দিৰ, ধৰ্মগুৰু আদি কাকো নামানে। গতিকে, তেওঁ প্ৰচলিত ধৰ্মৰ বিৰুদ্ধাচাৰিণী। আন এজনে ইয়াৰ ঘোৰ প্ৰতিবাদ কৰি কলে যে জোৱানক কোনো আইন-জনা মানুহৰ পৰামৰ্শৰপৰা বঞ্চিত কৰি বৰ অন্যায় কৰা হৈছে। ধৰ্মবিধিমতে জোৱানৰ বিচাৰৰ ভাৰ সম্পূৰ্ণভাৱে পোপৰ হাতত। সেই বিচাৰকজনে যিদিনা গুপ্তভাৱে কাৰাগাৰত সোমাই জোৱানক আকৌ পোপৰ ওচৰত বিচাৰৰ প্ৰাৰ্থনা কৰিবলৈ কলে। জোৱানে সেই উপদেশ অনুসৰি পিছদিনা বিচাৰালয়ত উপস্থিত হৈ কলে, "মই আগেয়েও কৈছিলোঁ যে মোৰ বিচাৰ-ক্ষমতা আপোনালোকৰ নাই। আজিও কওঁ, আপোনালোকে মোৰ বিচাৰৰ ভাৰ হাতত লৈ ভগৱানৰ ওচৰত

দোষী হৈছে। এতিয়াও মোক পোপৰ ওচৰলৈ পঠাই দিয়ক। এই দাবী মই ন্যায্য বুলি বিবেচনা কৰোঁ, আৰু আপোনালোকক মোৰ দাবীৰ ন্যায্যতা বিবেচনা কৰিবলৈ অনুৰোধ জনাওঁ।" কচনে এই কথা শুনি অগ্নিমূৰ্তি হৈ, কোনোৱাই গুপ্তভাৱে কাৰাগাৰত সোমাইছিল নেকি, এই কথাৰ .অনুসন্ধান আৰম্ভ কৰিলে। নীৰিহ বিচাৰকজনে ভয় পাই বিচাৰালয়ত উপস্থিত হবলৈ এৰিলে। তেওঁৰ পদত্যাগৰ লগে লগে, সুবিচাৰৰ যি অলপ আশা আছিল, সিও লোপ হ'ল।

ফৰাছীসকলৰ পক্ষৰ যিকেজন বিচাৰক নিযুক্ত কৰা হৈছিল, তেওঁলোকৰ এজনে কলে, "জোৱানে ধৰ্মমন্দিৰৰ ওচৰত আত্ম-সমৰ্পণ কৰা নাই বুলিয়েই তেওঁক ধৰ্মৰ বিৰুদ্ধাচাৰিণী বুলি কব নোৱাৰি। যেতিয়া জোৱানে পোপৰদ্বাৰা বিচাৰ প্ৰাৰ্থনা কৰিলে, তেতিয়াই ন্যায়তঃ তেওঁক পোপৰ ওচৰলৈ পঠাই দিয়া উচিত আছিল। কাৰণ সকলো মানুহ ন্যায় বিচাৰৰ অধিকাৰী। আকৌ জোৱানৰ দৈৱবাণী ভগৱান-প্ৰেৰিত নে কিবা ভূত-প্ৰেতৰ মায়া তাৰ মীমাংসাৰো ভাৰ পোপৰ হাততহে; কাৰণ, পোপহে প্ৰকৃত ধৰ্মগুৰু। কচন প্ৰমুখ্যে সাধাৰণ বিচাৰকসকলৰ তাত কোনো অধিকাৰ নাই।"

"আকৌ, যদি ভূত-প্ৰেতৰ মায়াৰদ্বাৰা জোৱান প্ৰতাৰিত হোৱাও প্ৰমাণিত হয়, তথাপি যিমান দিন তেওঁ ভূত-প্ৰেতক ঈশ্বৰ বুলি মানে, তেতিয়ালৈকে তেওঁক খৃষ্টান ধৰ্মৰ বিৰোধী বুলি কব নোৱাৰি। মানুহে যেতিয়া ঈশ্বৰত অবিশ্বাস কৰি ভূত-প্ৰেতক পূজা কৰিবলৈ ধৰে, তেতিয়াহে প্ৰকৃত পক্ষে তেওঁক ধৰ্মদ্বেষী বুলিব পৰা যায়। ইফালে, যদি জোৱানে ঈশ্বৰৰপৰা, কৰ্তব্যকৰ্মত অগ্ৰসৰ হবলৈ উপদেশ পাইছিল বুলি তেওঁৰ সবল বিশ্বাস হৈছে,

তেনেহলে বিচাৰকসকলৰ তেওঁক সেই আদেশ অমান্য কৰিবলৈ কৰৰ কোনো অধিকাৰ নাই। কাৰণ, গুপ্তকথাৰ বিষয়ে অনুসন্ধান কৰি, বিচাৰ কৰা ধৰ্মবিচাৰালয়ৰ উদ্দেশ্য নহয়। তেনে অৱস্থাত, জোৱানে বিচাৰকৰ আদেশ অমান্য কৰাত একো দোষ হোৱা নাই। জোৱানৰ কাৰ্য-পদ্ধতিত ভুল হবও পাৰে; কিন্তু তেওঁ কৈছিল যে তেওঁ সকলো উৎসাহ আৰু আদেশ ভগৱানৰপৰা পাইছিল, আৰু বিবেকেও সেই আদেশ পালন কৰিবলৈ তেওঁক কৈছিল। যদি কোনোবাই সকলোতে ঈশ্বৰৰ আদেশ বুলি কৈ সৎপথত অগ্ৰসৰ হয়, তেনেহলে তেনে কাৰ্য্য দোষণীয় নহয়। এনে কি, ভূত-প্ৰেতেও যদি সেই কাৰ্যত সহায় কৰে, তথাপি সেই কাৰ্য্য কোনো প্ৰকাৰে ধৰ্মৰ বিৰোধী হব নোৱাৰে। বিশেষকৈ, যেতিয়া জোৱানে কলে, "মোৰ জীৱনকাহিনীৰ যি বিস্তৃত বিৱৰণী আপোনালোকে পালে, তাক বৰ্ণাই ধৰ্মগুৰু পোপৰ ওচৰলৈ মোক পঠাই দিয়ক," তেতিয়া কচনে জোৱানক অভদ্ৰ ভাষাৰে ঠাট্টা কৰা কোনো ফালৰপৰা যুক্তিসঙ্গত হোৱা নাই। কচনৰ এই বিদ্ৰূপ-বাক্যৰপৰা কেৱল জোৱানৰ প্ৰতি তেওঁৰ অন্যায় ব্যৱহাৰ আৰু তাচ্ছিল্যৰ ভাৱ প্ৰকাশ পোৱাই নহয়,—লগে লগে পোপ আৰু খৃষ্টান ধৰ্মৰ প্ৰতিও অৱজ্ঞা দেখুৱা হৈছে।"

ব্ৰিহেল নামে এজন ধৰ্মনীতিবিদে কলে, "ঈশ্বৰানুগৃহীতা জোৱনক কচনৰ দৰে পাপচিত্তৰ মানুহে বিচাৰ কৰাৰ কোনো ক্ষমতা বা অধিকাৰ নাই। জোৱানে ঈশ্বৰৰ আদেশ মানি নিজৰ কৰ্তব্য পালন কৰিছে; তেনে স্থলত, তেওঁ কি দোষণীয় কাৰ্য কৰিলে? জোৱানে যেতিয়া কোনো মানুহৰ ওচৰত আত্মসমৰ্পণ নকৰোঁ বুলি কলে, তেতিয়া নো বিচাৰকসকলে কি অপৰাধ ধৰিলে?

মানুহৰ আদেশ পালন কৰাতকৈ ঈশ্বৰৰ আদেশ পালন কৰা, আৰু তেওঁৰ ওচৰত আত্মসমৰ্পণ কৰা বেছি গৌৰৱজনক নহয় নে? জোৱানক যদি ভগৱানে কৰ্তব্যপথত অগ্ৰসৰ হবলৈ কৈছিল, তেনেহলে তেওঁ ঈশ্বৰৰ প্ৰিয়পাত্ৰী, আৰু পাৰ্থিৱ কোনো আইন-মতে তেওঁক দোষী সাব্যস্ত কৰিব নোৱাৰি। ধৰ্মদ্বেষিণী জোৱান নহয়, বিচাৰকসকলহে।"

ৰাইজৰ মাজত এই দৰে চাঞ্চল্য প্ৰকাশ পোৱাত কচনে মনে মনে ভয় পালে, আৰু জিয়াম্ নামে এজন বিচক্ষণ আইনজ্ঞ লোকক আদ্যোপান্ত বিচাৰকাৰ্য্যৰ বিৱৰণী গোপনে আলোচনা কৰিবলৈ দিলে। জিয়ানে বিশেষ আলোচনা আৰু চিন্তাৰ পিছত কচনৰ প্ৰতিকুলে মত প্ৰকাশ কৰিলে, আৰু তেওঁৰ বিচাৰ প্ৰণালীত বহুতো গুৰুতৰ দোষ ধৰিলে। কচন কিন্তু নিৰস্ত নহ'ল। তেওঁ নিজৰ ফালে জন-মত সংগ্ৰহৰ চেষ্টা কৰিলে, আৰু আন এজন কুটনীতিবিদক আকৌ বিচাৰৰ নথিটো দেখুৱালে। এই মানুহজন কচনৰ পক্ষৰ আছিল। তেওঁ কচনৰ বিচাৰ প্ৰণালীৰ বৰ প্ৰশংসা কৰিলে, আৰু জোৱানৰ বিৰুদ্ধে নতুন অভিযোগ কিছুমান মিছাকৈ প্ৰস্তুত কৰি কচনক দিলে। কচনৰ উদ্দেশ্যসিদ্ধিৰ পথ এই দৰে নিষ্কণ্টক হ'ল।

## প্রতাৰণা




প্রিলৰ মাজভাগত জোৱানৰ অসুখ হ'ল। তেওঁৰ গা কাৰাগাৰৰ অমানুষিক অত্যাচাৰ আৰু বিষাক্ত বায়ুৰ দোষত বহুত দিন ধৰি বেয়া হৈ আছিল। এতিয়া সেই অসুস্থতা লাহে লাহে বাঢ়ি আহিবলৈ ধৰিলে। তেওঁ গির্জালৈ গৈ ধৰ্মোপাসনাত যোগ দিবলৈ বৰ ব্যাকুল হৈ পৰিল, আৰু বিচাৰকৰ ওচৰত পুনৰায় এই মৰ্মে প্রাৰ্থনা কৰিলে; কিন্তু কোনো প্রকাৰে তেওঁৰ প্রাৰ্থনা মঞ্জুৰ কৰা নহ'ল। এনে কি, তিনি দিন তেওঁ কাৰাগাৰৰ ভীষণ অন্ধকাৰ আৰু অসহনীয় জহত ছটফটাই থাকিবলৈ বাধ্য হ'ল। তেওঁক সুখাদ্য খাবলৈ দিয়া আৰু শুশ্রূষা কৰা দূৰৰ কথা, কোনোৱে ঘৰৰ দুৱাৰ খিড়িকী মেলি এছাটি বতাহ আহিবলৈও নিদিলে।

তিনি দিনৰ পিছত জোৱানক আকৌ বিচাৰালয়লৈ নিয়া হ'ল। তেওঁ কাৰাৰক্ষীবিলাকৰ দুৰ্ব্যৱহাৰ আৰু অন্যায় আচৰণৰ নিন্দা কৰি বিচাৰকৰ আগত অভিযোগ তুলিলে। বিচাৰকে ঠাট্টা কৰি কলে, "তুমি এতিয়া আমাৰ হাতত বন্দী। আমাৰ যেনে ইচ্ছা, তেনেকৈ তোমাক ব্যৱহাৰ কৰিম। ইয়াত ৰাজসুখত থাকিবলৈ বিচৰাটো তোমাৰ অন্যায় হৈছে।" বিচাৰকৰ অসম্ভৱ উত্তৰ শুনি জোৱানে বিস্ময় মানিলে।

বিচাৰকসকলে জোৱানক বিচাৰৰ বিস্তৃত বিৱৰণী পাঠ কৰি শুনালে। তেওঁলোকে কলে যে যিবিলাক মানুহে একো কাৰণ নোহোৱাকৈ নিজৰ জাতিগত বেশ পৰিত্যাগ কৰে, তেওঁলোক ধৰ্মশাস্ত্ৰ অনুসাৰে দোষী। জোৱানে তিৰোতাৰ সাজ এৰি পুৰুষৰ বেশ পিন্ধিছে; গতিকে, বিচাৰকসকলে তেওঁৰ এই কাৰ্য অতিশয় দোষণীয় বুলি বিবেচনা কৰিছে। জোৱানে এই কথাৰ প্ৰতিবাদ কৰি কলে যে তেওঁ বিনা-কাৰণে এই বেশ পৰিবৰ্তন কৰা নাই। যুদ্ধৰ সাজ-সজ্জাত ৰমণীবেশ উপযুক্ত নহয়। তদুপৰি তেওঁৰ এই বেশ পৰিবৰ্তনৰ প্ৰস্তাৱ প্ৰথমেই ধৰ্মগুৰুসকলে অনুমোদন কৰিছে; গতিকে সেই কাৰ্য কোনো প্ৰকাৰে দোষণীয় হব নোৱাৰে। কিন্তু বিচাৰকসকলে এই কথা নামানিলে।

জোৱানৰ নৰিয়া লাহে লাহে বাঢ়ি আহিল। তেওঁ বিছনাৰপৰা উঠিব নোৱৰা হ'ল। কথিত আছে যে বিছপে এই ক্লেশকৰ বিচাৰ কাৰ্যৰ সামৰণি মাৰিবলৈকে চেষ্টা কৰি জোৱানৰ খাদ্যৰ লগত এডোখৰ বিষাক্ত মাছ পঠাইছিল। এই বিষাক্ত খাদ্য খাই জোৱানৰ অসুখে গুৰুতৰ ৰূপ ললে। কিন্তু আৰ্ল-অৱ-ওৱাৰউইকৰ ঐকান্তিক যত্ন আৰু এজন সুবিজ্ঞ চিকিৎসকৰ চিকিৎসাত্তহে বহুদিনৰ মূৰত তেওঁ আৰোগ্য হ'ল। কিন্তু তেওঁ ইমান দুৰ্বল হৈছিল যে বিচাৰকসকলে কিছুদিনলৈ বিচাৰকাৰ্য স্থগিত ৰাখিবলৈ বাধ্য হ'ল।

এপ্ৰিলৰ ১৮ তাৰিখে বিচাৰপতি কচন এদিন জোৱানৰ কাৰাকক্ষত সোমাল, আৰু নিতান্ত বন্ধুজনৰ দৰে তেওঁৰ শাৰীৰিক অসুস্থতা, আৰু বিছপৰ অন্যায় কাৰ্যৰ কাৰণে দুখ প্ৰকাশ কৰি কলে,

"জোৱান, আমি সদায় তোমাৰ মঙ্গলৰ কাৰণে চেষ্টা কৰিছো। তুমি হয়তো ভাবিব পাৰা যে বিচাৰকসকলে তোমাৰ অনিষ্ট-সাধনৰ চেষ্টা কৰিছে; কিন্তু সেই ধাৰণা তোমাৰ সম্পূৰ্ণ ভুল। আমি অনেক সময়ত তোমাৰ প্ৰতি অনুগ্ৰহ প্ৰকাশ কৰিছোঁ, আৰু সদায় তোমাৰ শাস্তি লাঘৱ কৰাৰ উপায় বিচাৰিছোঁ। পাৰিলে, তোমাক সকলো শাস্তিৰপৰা ৰেহাই দিম। এতিয়া মোৰ অনুৰোধ, তুমি নিজৰ দোষ স্বীকাৰ কৰি আত্মৰক্ষা কৰা। আত্ম-সমৰ্পণেই তোমাৰ পক্ষে মঙ্গলজনক হব। কাৰণ, মই যিমান দূৰ বুজিব পাৰিছোঁ, অন্যান্য বিচাৰকসকলে তোমাক সহজে শাস্তিৰপৰা অব্যাহতি নিদিয়ে।"

জোৱানে কলে, "মোৰ প্ৰতি অনুগ্ৰহ দেখুৱাৰ বাবে আপোনাক ধন্যবাদ দিছোঁ। কিন্তু আপোনাৰ অনুৰোধ মই ৰক্ষা কৰিব নোৱাৰোঁ। কাৰণ, জ্ঞান-বিশ্বাসমতে মই কোনো অন্যায় কাৰ্য কৰা নাই। ইয়াক জানিও, আত্মৰক্ষা কৰাৰ নিমিত্তে মোৰ দোষণীয় হৈছে বুলি স্বীকাৰ কৰিলে মোৰ মনৰ নীচতা প্ৰকাশ হব, আৰু এই পাপৰ বাবে ঈশ্বৰ মোৰ প্ৰতি অপ্ৰসন্ন হব।"

কচনে এইবাৰ নিজ মূৰ্তি ধাৰণ কৰিলে। তেওঁ খঙত জ্বলি উঠি কলে, "কি! সামান্য ছোৱালী এজনীৰ ইমান ধৃষ্টতা! তই যদি আমাৰ আদেশ মতে কাম কৰিবলৈ মান্তি নহৱ, তেনেহলে তোৰ নিস্তাৰ নাই। তোক জীৱন্তে পুৰি মাৰিম।"

কুমাৰী কুমাৰীয়ে ক্ষীণ অথচ দৃঢ়কণ্ঠে কলে, "কচন, তোমাৰ উদ্দেশ্য মই পূৰ্বেই জানিছোঁ। মোৰ মনৰ গুপ্ত কথা প্ৰকাশ কৰোৱাই তোমাৰ অভিপ্ৰায়। কিন্তু মই প্ৰকৃত খৃষ্টান; মৰিবলৈ মোৰ ভয় নাই। তোমালোকে যেনে ইচ্ছা হয়, কৰিব পাৰা।

আত্মৰক্ষাৰ নিমিত্তে ন্যায়পথৰপৰা পিছুলি পৰিবলৈ মোৰ ইচ্ছা নাই।”

তাৰ পিছত মেই মাহৰ ২ তাৰিখে আকৌ আন এজন ধৰ্মযাজকে জোৱানক আত্ম-সমৰ্পণ কৰিবলৈ উপযাচি পৰামৰ্শ দিলে। জোৱানে আগৰ দৰে দৃঢ়তাৰে কলে, “যিজন স্বৰ্গ, মৰ্ত্য, পাতাল—ত্ৰিভুবনৰ ৰাজাধিৰাজ, যাৰ অঙ্গুলিসঙ্কেতত বিশ্বব্ৰহ্মাণ্ডৰ অবিৰাম গতি, মই কাহানিবাই সেই ভগৱানৰ ওচৰত আত্ম-সমৰ্পণ কৰিছোঁ। মোৰ এতিয়া নতুনকৈ আনৰ ওচৰত সমৰ্পন কৰিবলৈ একোৱেই নাই। নোহোৱা অস্তিত্ব মানুহৰ ওচৰত সমৰ্পণ কৰিবলৈ উদ্যত হৈ মই দোষৰ ভাগী হব নোৱাৰোঁ।”

কিছুদিন পিছত আকৌ আন এজন ধৰ্মযাজকক লগত লৈ কচন জোৱানৰ ওচৰলৈ আহিল, আৰু ভয় দেখুৱাই কলে, “জোৱান, এতিয়াও সময় আছে। ঘাতকক মাতি পঠোৱা হৈছে; সি এতিয়াও আহি পোৱা নাই। এতিয়াও কওঁ, তুমি নিজৰ অপৰাধ স্বীকাৰ কৰি আত্ম-সমৰ্পণ কৰা।” জোৱানে বিৰক্ত হৈ উত্তৰ দিলে, “আপোনালোকৰ যি ইচ্ছা হয়, কৰিব পাৰে। মই বিবেকৰ, তথা ভগৱানৰ নিৰ্দেশৰ বিৰুদ্ধে কোনো কাম কৰিব নোৱাৰোঁ।” কচনৰ সকলো চেষ্টা বৃথা হ'ল।

পেৰিছ বিশ্ববিদ্যালয়ৰ কেজনমান শিক্ষিত লোকে কচনৰ বিচাৰ-পদ্ধতি আৰু সেই সংক্ৰান্ত সমস্ত কাকত-পত্ৰ পৰীক্ষা কৰিলে, আৰু কচনৰ অশেষ প্ৰশংসা কৰি জোৱানৰ প্ৰতিকূলে মত দিলে। কচনৰ কাৰ্যসিদ্ধি হ'ল। তেওঁৰ কু-অভিপ্ৰায়ৰ চেষ্টা প্ৰকাশ্যে চৰকাৰীভাৱে সমৰ্থিত হ'ল। কিন্তু ইংৰাজবিলাক ইমানতো সন্তুষ্ট নহ'ল। তেওঁলোকে, জোৱানক জুইৰ গৰাহত পেলাই

দিয়াৰ আগতে, ধৰ্মদ্বেষিণী বুলি প্ৰমাণ কৰাৰ চেষ্টা কৰিছিল। কাৰণ, এনে কোনো গুৰুতৰ কাৰণ নেদেখুৱাকৈ পুৰি মাৰিলে সভ্যজগতে ইংৰাজ জাতিটোকে নিন্দা কৰিব। গতিকে, বহু পৰামৰ্শৰ পিছত তেওঁলোকে এজন সুচতুৰ ধৰ্মযাজকক জোৱানৰ ওচৰলৈ পঠালে। কিন্তু কুমাৰীয়ে তেওঁকো একে উত্তৰকে দি কলে, "মোৰ কিবা কৰ লগীয়া থাকিলে বিচাৰৰ সময়তে কৈছোঁ। দুনাই তাকে কৰলৈ মোৰ ইচ্ছা নাই। আপোনালোকে মোৰ বিষয়ে যি খুচি হয়, তাকে কৰক। যদি মোৰ মৰণ এই কাৰাগাৰৰ ভিতৰত ঘটে, তেনেহলে যাতে খৃষ্টান ধৰ্মৰ নিয়ম অনুসৰি মোৰ শ'টো কবৰ দিয়া হয়, তাৰ যত্ন কৰিলে কৃতাৰ্থ হম।" ধৰ্মযাজক-জনে কলে, "তোমাক জুইত জাপি দিব খুজিছে।" জোৱানে হাঁহি হাঁহি উত্তৰ দিলে, "মই এতিয়া যি কৈছোঁ, লেলিহান অগ্নিশিখা মুখৰ আগত নাচি থাকিলেও তাকেই কম। মৰণৰ ভয়ত মিছা কথা নকওঁ।"

সেই মাহৰ ৯ তাৰিখে প্ৰহৰীবিলাকে জোৱানক কাৰাগাৰৰ আন এটা খোটালীলৈ লৈ আহিল। কচনপ্ৰমুখ্যে বিচাৰকসকলে মানুহ-কটা দা, কুঠাৰ আৰু কৰাত আদি কিছুমান অস্ত্ৰ আৰু ঘাতক কেটামান লগত লৈ তাতে জোৱানক বাট চাই আছিল। জোৱানে অস্ত্ৰবোৰ দেখি হাঁহিলে। কচনে জোৱানক তালৈ অনাৰ অৰ্থ বুজাই কলে। জোৱানে কলে, "বিচাৰপতি, আপোনাৰ এই ভীতি-প্ৰদৰ্শন কৰা বৃথা হ'ল। আন চেষ্টা কৰক,—নতুন ফন্দী পাতক। নহলে বিচাৰকৰ সম্মান নৰয়।" কচনৰ মুখ শেঁতা পৰিল।

ইংলণ্ডৰ কাৰ্ডিনেল অস্থিৰ হৈ উঠিল। এবছৰৰ ওপৰ কাল

জোৱান কাৰাগাৰত বন্দী হৈ আছে,—অথচ তেওঁৰ বিচাৰৰ একো শেষ মীমাংসা নহ'ল। ইফালে জন-সমাজত এটা প্ৰবল উত্তেজনাৰ সৃষ্টি হৈছিল। গতিকে, যিমান সোনকালে সম্ভৱ, তেওঁ ইয়াৰ শেষ সিদ্ধান্ত কৰাবলৈ স্থিৰ কৰিলে।

মেই মাহৰ ২৩ তাৰিখে ৰুৱেঁ নগৰৰ ধৰ্ম্মমন্দিৰৰ ওচৰত প্ৰকাশ্য বিচাৰৰ ঠাই পতা হ'ল। সেই সভাত কাৰ্ডিনেল আৰু অন্যান্য ধৰ্মনীতিবিদ্‌সকল উপস্থিত আছিল। বিচাৰ আৰম্ভ হ'ল। প্যাৰী মৰিছ নামে এজন সুশিক্ষিত মানুহে কলে, "মই তোমাক আত্ম-সমৰ্পণ কৰিবলৈ বা অপৰাধ স্বীকাৰ কৰিবলৈ কবলৈ অহা নাই। যদি তোমাৰ ৰাজাৰ সৈনিক এজনে, বজাৰ আৰু ৰাজ্যৰ প্ৰচলিত আইন-কানুন নামানে, তেনেহলে তুমি তেওঁৰ সম্বন্ধে কি ভাবিবা? তুমি এজনা প্ৰকৃত খৃষ্টান বালিকা ঃ তেনেস্থলত ধৰ্মমন্দিৰৰ নিয়ম আৰু ধৰ্মযাজকসকলৰ আদেশ তুমি নমনাৰ কাৰণ কি? সত্য কথাত বশ্যতা স্বীকাৰ কৰিবলৈ লজ্জিত নহবা; মিছাতে লাজ কৰা মহাপাপ। ইয়াৰ কাৰণে তোমাৰ অপমান নহয়; বৰং মানুহে তোমাক সন্মান কৰিব। মোৰ বিবেচনাৰে তুমি সকলোতকৈ আগেয়ে ইহলোকত ভগৱান আৰু নিজৰ জীৱনৰ প্ৰতি সন্মান আৰু পৰলোকত তোমাৰ আত্মাৰ মুক্তি—ইয়াৰ ফালেহে লক্ষ্য ৰাখিব লাগে।"

মৰিছৰ কথা জোৱানৰ অন্তৰত বাজিল। তেওঁৰ জীৱনত, আত্ম-সন্মান ৰক্ষা কৰা আটাইতকৈ ডাঙৰ গুণ বুলি তেওঁ সদায় বিশ্বাস কৰিছিল, আৰু সদায় এই সন্মান অক্ষুণ্ণ ৰাখিবলৈ চেষ্টিত আছিল। সন্মান ৰক্ষাৰ নিমিত্তেই তেওঁ নিজৰ জীৱনকো বিসৰ্জন দিবলৈ আগ বাঢ়িছে; তেওঁৰ বিশ্বাস যে এই আত্মাহুতিয়ে

ভগৱান আৰু ৰজাৰ প্ৰতি সম্মানৰ এটা প্ৰবল সোঁত বোৱাব। কিন্তু সঁচাকৈ, ৰজা নাইবা ভগৱানৰ প্ৰতি কিবা অসম্মান দেখুৱা হব নেকি? তেওঁ চিন্তান্বিতা হ'ল। কিন্তু মুহূৰ্তৰ পিছত তেওঁ মনে মনে কৈ উঠিল, "মই একো অন্যায় কাম কৰা নাই।

আন এজন ধৰ্মযাজকে কথাৰ ছলেৰে ফৰাছীৰাজ চৰ্লছক দোষাৰোপ কৰিলে। জোৱানে সেই উক্তিৰ প্ৰতিবাদ কৰি কলে, "চাৰ্লছৰ দৰে এনে সজ খৃষ্টান পৃথিৱীত নাই। মোৰ কাৰ্যৰ বাবে দায়ী, আন কোনো নহয়, আৰু চাৰ্লছৰ গাত এই বিষয়ে মই একো দোষ নিদিওঁ।"

সভাস্থলত কেজনমান কুটনীতিজ্ঞই ষড়যন্ত্ৰ কৰি এটা নতুন কৌশল উলিয়ালে। এজনে জোৱানক কলে, "জোৱান, তুমি এতিয়াও আত্ম-সমৰ্পণ কৰা। তেতিয়াহে আমি তোমাক প্ৰকৃত খৃষ্টান বুলি বিশ্বাস কৰিব পাৰিম, আৰু তোমাক কোনো এটা গিৰ্জাৰ তত্বাৱধান কাৰ্যত নিযুক্ত কৰিম।"

জোৱানে ভাবিলে যে গিৰ্জাত থাকিবলৈ পালে তেওঁৰ পক্ষে বৰ সুবিধা আৰু সন্তোষৰ কথা হব। গতিকে তেওঁ সৰলভাৱে বিশ্বাস কৰি তৎক্ষণাৎ এই প্ৰস্তাৱত সম্মতি দিলে। জোৱানে লিখা-পঢ়া নাজানিছিল। ইংৰাজ বিচাৰকসকলে নিজৰ সুবিধা অনুসৰি গুপ্তভাৱে এখন কাকত প্ৰস্তুত কৰালে, আৰু সেই কাকতৰ কথাকে জোৱানৰ আগত বেলেগভাৱে ব্যাখ্যা কৰিলে। জোৱানে নিজৰ সম্মতি দানৰ নিদৰ্শনস্বৰূপে সেই কাকতৰ ওপৰত এটা ক্ৰুছ-চিহ্ন আঁকি দিলে। বিচাৰকসকলৰ মাজত আনন্দ-ধ্বনি উঠিল।

প্ৰধান বিচাৰপতি কচনে তেতিয়া দণ্ডাজ্ঞা পাঠ কৰি শুনাবলৈ উঠি কলে, "জোৱান, তোমাৰ মৃত্যুকাল আসন্ন। যি কাৰাগাৰত আজি প্ৰায় এবছৰকাল কটালা, তালৈ ফিৰি গৈ তোমাৰ মৃত্যুৰ দিনলৈ অপেক্ষা কৰাগৈ।" কচনৰ এই কথা শুনি জোৱানে বুজি পালে যে শত্ৰুপক্ষই তেওঁক প্ৰতাৰণা কৰিলে। তেওঁ নিজৰ অবিবেচনাৰ কাৰণে বৰকৈ অনুতাপ কৰিলে। ক্ষন্তেক পিছত ৰণচণ্ডীৰ মূৰ্তি ধৰি কলে, "প্ৰতাৰক পিশাচসকল, প্ৰতাৰণা কৰিবলৈ কোন নীতিশাস্ত্ৰই কয়? বিচাৰকৰ ধৰ্মৰ আসন তোমালোকে কি সাহসেৰে অধিকাৰ কৰি নিশ্চিন্ত আছা? তোমালোকৰ মঙ্গল নাই,—ইহকাল, পৰকাল নষ্ট কৰিলা। ধৰ্মৰ নামত কলঙ্ক কালিমা সানি দিলা। মই মোৰ স্বীকাৰোক্তি প্ৰত্যাহাৰ কৰিলোঁ।"

বিচাৰকবৰ্গ বৰ বিপদত পৰিল। তেওঁলোক চিন্তিত হ'ল। তেওঁলোকে কিছুদিনলৈ কাম স্থগিত ৰাখিলে। জোৱানক আকৌ কাৰাগাৰলৈ লৈ যোৱা হ'ল।

কাৰাগাৰত জোৱানে পূৰ্ব্বৰপৰাই আত্মৰক্ষাৰ নিমিত্তে পুৰুষৰ সাজ পিন্ধিছিল। কাৰণ তাত অনেক অসৎ চৰিত্ৰৰ মানুহ আছিল, আৰু তিনিজন অতিশয় কু-স্বভাৱৰ মানুহ জোৱানক পহৰা দিয়া কাৰ্য্যত নিযুক্ত আছিল। এইবোৰ দুৰ্বৃত্তৰপৰা ৰক্ষা পাবলৈকেই তেওঁ মতা মানুহৰ সাজ লৈছিল। যিদিনা বিচাৰালয়ৰপৰা আহি জোৱানে পুৰুষৰ সাজ সোলোকাই থলে, আৰু তিৰোতাৰ সাজ পিন্ধি শুই থাকিল। এই সুযোগতে ইংৰাজ প্ৰহৰীহঁতে তেওঁৰ পুৰুষৰ

সাজটো লুকাই থৈ, তাৰ ঠাইত তিৰোতাৰ সাজ এটা থৈ দিলে। পিছদিনা তেওঁ আগৰ সাজটো নাপাই তিৰোতাৰ সাজটোকে পিন্ধিলে। এই দৰে সাজপাৰ সলোৱাটো তেতিয়াৰ দিনত খৃস্টান ধৰ্মৰ বিৰোধী কাম বিবেচিত হৈছিল। বিচাৰক-সকলে এই ছিদ্ৰ পাই জোৱানৰ গাত এই দোষ জাপি দিলে। জোৱানে প্ৰতিবাদ কৰি প্ৰকৃত কাৰণ দৰ্শোৱাতো একো ফল নহ'ল।

## আত্মাহুতি




কোনো প্ৰকাৰেই হওক, ইংৰাজবিলাকে এই বীৰ-বালিকাৰ হাতৰপৰা উদ্ধাৰ পোৱাৰ চেষ্টা কৰিছিল। সেই দেখি, যাতে 'ডাকিনী, 'ছয়তানী' আদি মিথ্যাপবাদ প্ৰয়োগ কৰি মানুহৰ মনত ভ্ৰান্ত ধাৰণা জন্মাই, তেওঁৰ জীৱন অন্ত কৰিব পৰা যায়, তাৰ উদ্দেশ্যে নানা প্ৰকাৰ পৰামৰ্শ, আলোচনা আদি চলিবলৈ ধৰিলে। সেই সময়ত এই ভাব ইংৰাজবিলাকৰ মনত এনে প্ৰবল আছিল যে জ্ঞান, বিদ্যা, ইতিহাস, ন্যায়পৰতা আদি কোনো কথাই তেওঁলোকৰ মনত ঠাই নাপাইছিল, আৰু সেই উদ্দেশ্যে নানা গল্প সাজি জোৱানৰ বিৰুদ্ধে প্ৰমাণ বুলি উপস্থিত কৰা হৈছিল। যি যুৱতীয়ে ইংৰাজৰপৰা হৃতৰাজ্য উদ্ধাৰ কৰি নিলে, আৰু স্বদেশবাসীৰ মনত স্বদেশপ্ৰেমৰ অদম্য স্ৰোত বোৱালে, তেওঁক নিজৰ পথৰপৰা যিমান সোনকালে আঁতৰাই আনিব পৰা যায়, সিমানেই ইংৰাজবিলাকৰ পক্ষে মঙ্গলজনক। কোনো উপায়ে জোৱানৰ সৰ্বনাশ সাধন কৰিব পাৰিলে, তেওঁলোকে ন্যায়-অন্যায়লৈ বা আন একোৰে ফালে ভ্ৰুক্ষেপ নকৰে।

মেই মাহৰ ৩০ তাৰিখে কুমাৰীক অগ্নি-সমৰ্পণ কৰাৰ দিন ধাৰ্য

হ'ল। ক্ৰমে নগৰৰ মুকলি ঠাই এডোখৰত এই কাৰ্যোপলক্ষে আৱশ্যকীয় বন্দোৱস্ত কৰা হবলৈ ধৰিলে। আগদিনা ৰাতি কেজনমান বিশ্বাসী মানুহে জোৱানক এই দুৰ্দশাৰ কথা জনালে। নিঃসহায়া, সৰলা বালিকাই উচ্ছ্বসিত কণ্ঠে কান্দি কান্দি কলে, "হায়! মোৰ কি দুৰ্দশা হ'ল! মোৰ এই শৰীৰ কোনো দিনো কোনো পাপকাৰ্যত লিপ্ত হোৱা নাই; মনেও মোৰ সপোনে সচিতে কোনো কুচিন্তা কৰি পোৱা নাই। তেনেহলে কি দোষত তেওঁলোকে মোক পুৰি মাৰিবলৈ স্থিৰ কৰিলে? মোক শত্ৰুৱে এবাৰ নহয়, দুবাৰ নহয়, সাত বাৰ কাটক, তাতো মোৰ আপত্তি নাই; কিন্তু এই পৈশাচিক কাণ্ড মই কেনেকৈ সহিম? মোক ধৰ্মবিচাৰালয়ত বিচাৰ কৰা হলে, এই দুৰৱস্থা নহ'লহেঁতেন। হে প্ৰভু, তোমাৰ এই অবোধ বালিকাক নৰ পিশাচইঁতে কি প্ৰকাৰে পুৰি মাৰিব খুজিছে, এবাৰ চোৱাহি।"

এই সময়ত কচন ভিতৰলৈ সোমাই আহিল। জোৱানে উন্মত্তৰ দৰে চিঞৰি উঠি কলে, কচন, অবোধ বালিকাৰ প্ৰতি অন্যায় আচৰণ কৰি তোমাৰ মনত শান্তি হব নে? ভগৱানে তোমাৰ মনত দয়া মৰম দিয়া নাছিল নে?" কচনে লাজত তলমূৰ কৰিলে: লাজত একো উত্তৰ দিব নোৱাৰিলে।

পিছদিনা পুৱাৰেপৰা বধ্যভূমিত সকলো প্ৰকাৰ আয়োজন পূৰ্ণ কৰা হ'ল। নিৰ্দিষ্ট সময়ৰ বহুত আগৰেপৰা লোকে লোকাৰণ্য হৈ পৰিল, প্ৰত্যেকৰ মুখত মহৎ চাঞ্চল্যৰ এটা স্পষ্ট চিন। বধ্যভূমিত তিনিটা মঞ্চ সজোৱা হৈছিল; এটাত বিচাৰপতি কচন আৰু আন এটাত অন্যান্য বিচাৰক আৰু আইনজ্ঞবিলাক

বহাব আসন নির্দিষ্ট কৰি থোৱা আছিল। তৃতীয় মঞ্চ জোৱানৰ নিমিত্তে। পৰ্বত-প্ৰমাণ কাঠৰ দ'ম, তাৰ ওপৰত জোৱানক বান্ধিবলৈ শকত খুঁটা। পুৱা ৯ বজাৰ সময়ত এই মঞ্চত জোৱানক থিয় কৰোৱা হ'ল। খুঁটাৰে সৈতে লোৰ শিকলিৰে তেওঁক মূৰৰপৰা ভৰিলৈ মেৰাই বান্ধিলে। মূৰৰ ওপৰত এডোখৰ কাঠৰ ফলাত "ধৰ্মদ্বেষিণী, ধৰ্মত্যাগিনী, মূৰ্তিপূজক" এইকেইটা কথা লিখি দিয়া হ'ল।

এজন ধৰ্মযাজকে খৃষ্টান ধৰ্ম অনুসাৰে উপাসনা কাৰ্য শেষ কৰি কলে, "জোৱান। আনন্দমনেৰে এই পাপৰাজ্যৰপৰা স্বৰ্গলৈ যোৱা। দুখ-বেজাৰ, হীনতা-নীচতাৰ পৃথিৱী তোমাৰ যোগ্যস্থান নহয়।" ধৰ্মযাজকজনক, জোৱানক নিন্দা কৰিবলৈ শিকাই থোৱা হৈছিল; কিন্তু অজানিতভাৱে তেওঁৰ মুখৰপৰা জোৱানৰ প্ৰতি প্ৰশংসা আৰু সদিচ্ছাপূৰ্ণ কথা ওলাই আহিল। জোৱানৰ দুগালেদি দুধাৰি তপত চকুলো বাগৰি পৰিল। তেওঁ ক্ষণকাল নীৰৱে থাকি ভগৱানৰ ওচৰত শেষ প্ৰাৰ্থনা জনাই কলে, "মোৰ জীৱনৰ আজি শেষ দিন। আপোনালোকৰপৰা এয়ে মোৰ সকলো জ্ঞাত-অজ্ঞাত দোষৰ বাবে মোক ক্ষমা কৰিব। আৰু এটি অনুৰোধ, মোৰ মুক্তিৰ অৰ্থে ভগৱানৰ ওচৰত প্ৰাৰ্থনা কৰিব। পৰমেশ্বৰৰ ওচৰত মোৰ প্ৰাৰ্থনা,—হে প্ৰভু, বিচাৰ-পতিসকলক ক্ষমা কৰা। ফৰাচীসকলৰ প্ৰাণত চৈতন্যৰ সঞ্চাৰ কৰা। মোক শান্তিৰে মৰিবলৈ দিয়া।"

জোৱানৰ এই আকুল-বাণীত দৰ্শকমণ্ডলীয়ে কান্দি পেলালে। এনে কি, কচনে নিজেও সংযত হৈ ৰব নোৱাৰিলে। তেওঁ কিছু পৰৰ পিছত থিয় হৈ দণ্ডাজ্ঞা পাঠ কৰিলে, "জোৱান, তুমি

প্ৰচলিত ধৰ্মৰ বিৰুদ্ধাচাৰিণী, ধৰ্মদ্বেষিণী আৰু দেশৰ পৰম শত্ৰু। তোমাৰ কাৰণেই আজি ফৰাছী দেশ ৰক্তৰঞ্জিত। সেই দেখি, তোমাক দেশৰ আৰু ধৰ্মৰ শত্ৰু বুলি প্ৰাণদণ্ডৰ আদেশ দিলোঁ।"

এই শোচনীয় দৃশ্যৰ মাজত কাৰ্ডিনেল বিউফোর্টকে প্ৰমুখ্যে খ্যাতনামা দৰ্শকসকলেও নাকান্দি নোৱাৰিলে।

জোৱানে ক্ৰুছ এটাৰ বাবে প্ৰাৰ্থনা জনালে। শেষ প্ৰাৰ্থনা বুলি তেওঁৰ এই প্ৰাৰ্থনা মঞ্জুৰ কৰা হ'ল। কিন্তু ইয়াৰ বাবে কচন সাজু নাছিল। 'পাপীয়সী' কুমাৰীয়ে এনে প্ৰাৰ্থনা জনাব বুলি তেওঁ ভাবে কেনেকৈ? গতিকে ক্ৰুছ বিচাৰি মানুহ পঠোৱাৰ দিহা কৰা হ'ল। এজন সহৃদয় ইংৰাজ ভদ্ৰলোকে তেওঁৰ হাতৰ লাঠি দুডোখৰ কৰি তাৰে অস্থায়ী ক্ৰুছ এটা নিজেই কৰি দিলে। জোৱানে অতিশয় ভক্তিভাৱে ক্ৰুছটো গ্ৰহণ কৰিলে, আৰু ভগৱানৰ আশীৰ্বাদ বুলি বুকুত সাৱটি হৈ মৃত্যুৰ কাৰণে সাজু হ'ল। কিন্তু, ধৰ্মমন্দিৰত যিটো ক্ৰুছ আছিল, সেইটো চাবলৈ তেওঁৰ বৰ আগ্ৰহ হ'ল। এজন মানুহে ক্ৰুছটো আনি তেওঁক দেখুৱালে। তাৰ পিছত?

দপ্‌দপ্‌কৈ জুই জ্বলি উঠিল। অগ্নিৰ লেলিহান শিখাই গগন স্পৰ্শ কৰিলে। চাওঁতে চাওঁতে সংহাৰিণী শিখাই জোৱানৰ লয়নুকোমল শৰীৰ আগুৰি ধৰিলে। তেওঁ হাঁহিমুখে মৃত্যুক বৰণ কৰিলে। মনৰ দৃঢ়তা আৰু ঐকান্তিক ধৈৰ্যশীলতাৰ গুণত তেওঁৰ হৃদয়ত অপূৰ্ব সাহস আৰু শৰীৰত অভিনৱ শক্তিৰ সঞ্চাৰ হৈছিল। জুইৰ মাজেদি দৃঢ়কণ্ঠে বীৰাঙ্গনাই চিঞৰি কলে, "মই যি দৈৱবাণী শুনিছিলোঁ, সি ভগবদ্বাণী আৰু মই নিজে ঈশ্বৰানু-

গৃহীতা। [illegible] ভগৱানে ক্ষমা কৰক।" ঠিক এই সময়তে এজন সৈনিকে আবেগেৰে চিঞৰি উঠিল, "হায়! আমি এজনা সতী, সাধ্বী, দেৱদূতীক অগ্নি-সমৰ্পণ কৰিলোঁ।।"

শেষ মুহূৰ্তত শুনা গ'ল—জুইৰ মাজৰপৰা জোৱানৰ ক্ষীণ কণ্ঠস্বৰ "প্ৰভু যীশু"—কথাৰ শেষ নপাৰিল। জোৱানে তেওঁৰ নশ্বৰ দেহ স্বৰ্গাদপি গৰীয়সী জননী জন্মভূমিৰ উদ্ধাৰৰ অৰ্থে অগ্নিৰ গৰ্ভত আহুতি দি মাতৃপূজাৰ পবিত্ৰ যজ্ঞৰ সামৰণি মাৰিলে। জোৱানৰ চিতাভস্মমূৰ্তি ইংৰাজবিলাকে চিন নদীত ক্ষেপণ কৰিলে।

## মৃত্যুৰ পিছত



কেনেবাকৈ দেশত জোৱানৰ পবিত্ৰ জীৱনৰ উজ্জ্বল দৃষ্টান্তৰদ্বাৰা স্বদেশবাসীৰ মনত জাতীয় প্ৰেমৰ সঞ্চাৰ হয়, এই ভয়ত ইংৰাজবিলাকে চিতাভস্ম পৰ্যন্ত নদীৰ পানীত উটাই দিলে। কিন্তু মহত্বৰ অব্যৰ্থ বীজ এবাৰ কোনো প্ৰকাৰে অঙ্কুৰিত হলে, তাৰ বিনাশ নাই। ফ্ৰান্সৰ গগন-পৱন জোৱানৰ অকলঙ্কিত জীৱনৰ পূত স্মৃতিকণাৰে বিয়পি পৰিছিল। ফৰাছীসকল আকৌ নতুন উত্তেজনা, অভিনৱ প্ৰেৰণা, আৰু স্বদেশপ্ৰীতিৰ তীব্ৰ উন্মাদনাত উন্মত্ত হৈ উঠিল।

জোৱানে ফ্ৰান্সৰ বিভিন্ন নগৰ আৰু দুৰ্গৰপৰা শত্ৰুসৈন্যক খেদি দি সেই ঠাইবোৰ ফৰাছীৰ হাতলৈ আনিলেও, গোটেই দেশ তেতিয়া ফৰাছীৰ শাসনলৈ অহা নাছিল। অৰ্লিন্স্ উদ্ধাৰ আৰু দফিনৰ ৰাজ্যাভিষেক সুসম্পন্ন কৰিবলৈ কৰ্মক্ষেত্ৰত জোৱানৰ অৱতৰণ। পেৰিছ, নৰ্মাণ্ডি আদিত তেতিয়াও ইংৰাজৰ আধিপত্য অব্যাহতভাৱে চলি আছিল। তদুপৰি, ইংৰাজ সৈন্যই আৰু নতুন দুৰ্গ অধিকাৰ কৰি, তেওঁলোকৰ শক্তি দৃঢ়তৰ কৰিয়েই আছিল।

কিন্তু বীৰাঙ্গনাৰ আত্মোৎসৰ্গৰ ফলত দেশবাসীৰ মাজত মলা-

শ্ৰীক্ৰিৰ, তাৰ [illegible] গৃহ-কন্দল, বিদ্ৰোহ আদি পৰিত্যাগ কৰি তেওঁলোকে স্বদেশৰ নষ্ট-স্বাধীনতা উদ্ধাৰ কৰিবলৈ দৃঢ় প্ৰতিজ্ঞা কৰিলে। দেশবাসীৰ এই সুচেষ্টাৰ ফলত অচিৰাৎ পেৰিছ নগৰ ইংৰাজে এৰি দিবলৈ বাধ্য হ'ল আৰু ইংৰাজ-প্ৰাধান্য লাহে লাহে খৰ্ব হৈ আহিল। চাৰ্লছে নিজেও চেতনা লাভ কৰিলে। তেওঁ বিলাস-কক্ষত বহি নাথাকি স্বদেশোদ্ধাৰৰ অৰ্থে অশেষ চেষ্টা-যত্ন কৰিলে। তেওঁ সৈনিক-বিভাগৰ পুনঃ-সংস্কাৰত হাত দিলে। ভগৱানৰ সদিচ্ছাত ১৪৫৩ চনত ফৰাচীসকলে ইংৰাজক তেওঁলোকৰ দেশৰপৰা বাহিৰ কৰি দিলে। ফ্ৰান্সৰ স্বাধীনতা সূৰ্য আকৌ উদিত হ'ল।

চাৰ্লছৰ মনৰ গতি এইবাৰ স্থায়ীভাৱেই পৰিবৰ্তিত হ'ল। তেওঁ জীৱিতাৱস্থাত জোৱানৰ মুক্তিৰ অৰ্থে কোনো চেষ্টা নকৰাত, অনুতপ্ত হ'ল। দেশক শত্ৰুৰ হাতৰপৰা উদ্ধাৰ কৰি, তেওঁ এইবাৰ জোৱানৰ বিচাৰ সংক্ৰান্ত কাকত-পত্ৰ পৰীক্ষা কৰাবলৈ কেইগৰাকীমান সুবিজ্ঞ আইন-ব্যৱসায়ীক নিযুক্ত কৰিলে, আৰু জীৱনকালত যিসকলৰ লগত জোৱানৰ কোনো সম্পৰ্ক আছিল, সেইসকলৰ সাক্ষ্য লোৱালে। আইনজ্ঞসকলে পুঙ্খানুপুঙ্খৰূপে তেওঁৰ জীৱনকাহিনী আলোচনা কৰি, কচনৰ বিচাৰ-প্ৰণালীত দোষ ধৰিলে, আৰু জোৱানক সম্পূৰ্ণ নিৰ্দোষী বুলি ঘোষণা কৰিলে। চাৰ্লছ কিন্তু ইমানতো নিৰস্ত নহ'ল। তেওঁ এই সম্বন্ধে প্ৰধান প্ৰধান ধৰ্মযাজকসকলৰ মত সংগ্ৰহ কৰিলে। ইয়াৰ ফলত, ১৪৫৬ চনত ৰুৱেঁ নগৰত,—য'ত জোৱানক অগ্নিৰ গৰ্ভত বিসৰ্জন দিয়া হৈছিল—তাতে দেশৰ বিজ্ঞ লোকসকল সমবেত হৈ এই ঘোষণা বাণী প্ৰচাৰ কৰিলে, "বীৰাঙ্গনা জোৱানক, মিছা সাক্ষী সংগ্ৰহ

কবি 'ডাকিনী', 'স্বধৰ্মত্যাগিনী' [redacted]
চেষ্টা কৰা হৈছিল। ৰুচনক [redacted]
ঈৰ্ষাপূৰ্ণ। এই কাৰণে [redacted]
তেওঁক দোষী প্ৰতিপন্ন কৰিবলৈ [redacted]
এই গুৰুতৰ ষড়যন্ত্ৰ আৰু নৰহত্যাদোষত দোষী আৰু শাস্তিৰ যোগ্য।"

পূৰ্বেই কৈ অহা হৈছে যে ৰজাই জোৱানৰ কাৰ্যত সন্তুষ্ট হৈ ডুমৰিমি গাঁওৰ সকলো লোকক ৰাজকৰৰপৰা অব্যাহতি দিছিল। তেওঁৰ আত্মোৎসৰ্গৰ পিছত দেশবাসীসকলে এই বীৰ-বালিকাৰ প্ৰতি কৃতজ্ঞতাস্বৰূপে তেওঁৰ মাকৰ নামে এটা বৃত্তি নিৰ্ধাৰিত কৰিলে। মৃত্যুৰ সময়লৈ মাকে এই বৃত্তি ভোগ কৰিছিল।

ৰুৱেঁ নগৰৰ যি ঠাইত জোৱানৰ নৰ-দেহ অগ্নিয়ে গ্ৰাস কৰিছিল, য'ত বহি ১৪৫৬ চনত বিজ্ঞ ব্যক্তিসকলে তেওঁক নিৰ্দোষী বুলি ঘোষণা কৰিছিল, ঠিক সেই ঠাইতে ফৰাচীসকলে 'অৰ্লিন্স-কুমাৰী'ৰ মৰ্মৰ মূৰ্তি স্থাপন কৰিলে। এই মূৰ্তিয়ে জোৱানৰ পূত চৰিত্ৰৰ পবিত্ৰ স্মৃতি আজিও ঘোষণা কৰিছে, আৰু সেই ঠাইখিনি জোৱানৰ নামে অভিহিত হৈছে। প্ৰতি বছৰে ৮ মেই তাৰিখে জোৱানৰ অৰ্লিন্স্-উদ্ধাৰৰ স্মৃতিকল্পে ফৰাছীসকলে এটি উৎসৱৰ আয়োজন কৰি জোৱানৰ স্মৃতি জাগৰুক ৰাখিছে। ডুমৰিমি গাঁওৰ মাজেদি যেতিয়া কোনো সৈন্যবাহিনী যাতায়াত কৰে, তেতিয়া সৈন্যসকলে সামৰিক নিয়মেৰে তেওঁৰ জন্মস্থানৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰাটো এটা সামৰিক ৰীতি হৈ পৰিছে।

১৯০৩ চনত জোৱানক সাধুশ্ৰেণীত ( Saints ) ভুক্ত কৰিবলৈ

ধৰ্মযাজকসকলৰ মাজত এটা প্ৰবল আন্দোলনৰ সূত্ৰপাত হয়। ১৯০৪ চনৰ ৬ জানুৱাৰী তাৰিখে সকলো ধৰ্মযাজকে তেওঁক খৃষ্টান ধৰ্মৰ নিয়ম অনুসৰি 'সাধু' বুলি ঘোষণা কৰিলে।

কেৱল ফৰাছীসকলৰ মাজতে নহয়, আন আন দেশতো আজি জোৱান ডা'ৰ্ক পূজাৰ পাত্ৰী। যিসকল ইংৰাজে এদিন তেওঁক অমূলক কলঙ্ক-কালিমাৰদ্বাৰা কলঙ্কিত কৰাৰ প্ৰয়াস পাইছিল, তেওঁলোকৰ বংশধৰসকলে আজি তেওঁক দেৱীস্থানে পূজা কৰি কৃতাৰ্থ হৈছে। ইংলণ্ডৰ প্ৰসিদ্ধ ঐতিহাসিক পণ্ডিতসকলে তেওঁৰ জীৱনকাহিনী নিৰপেক্ষভাৱে সমালোচনা কৰি উদাৰতাৰ পৰিচয় দিছে। ইংৰাজ-কবি ছাদিয়ে তেওঁক 'দেৱ-দূতী' বুলি অভিহিত কৰিছে। বীৰাঙ্গনাৰ কীৰ্তি-কাহিনীত মুগ্ধ হৈ জাৰ্মাণ-কবি ছিলাৰে লিখিছে,—আজি তোমাৰ ৰক্তপান কৰিবলৈ যিবিলাক লালায়িত, সেইসকলেই এদিন তোমাক পূজা কৰিব। কবিৰ এই ভবিষ্যদুক্তি সফল হৈছে।

জোৱানৰ স্বদেশানুৰাগ চিৰধন্য। তেওঁৰ হৃদয়ত জাতীয় প্ৰেমৰ যি দুৰ্দমনীয় স্ৰোত বৈছিল, তাৰ সামান্য উন্মাদনাও যদি দাসত্ব শৃঙ্খলিত দেশবাসীৰ অন্তৰত প্ৰতিধ্বনিত হ'লহেঁতেন! জোৱানৰ গৌৰৱত আজি কেৱল ফৰাছী দেশ গৌৰৱান্বিত নহয়, সমগ্ৰ জগৎবাসী ধন্য। তেওঁৰ পবিত্ৰ স্মৃতিয়ে চিৰকাললৈ জাতি ধৰ্ম নিৰ্বিশেষে পূজা পাই থাকিব।

* * *

## Bibliography


1. Joan of Arc—Robert Southey
2. The Maid of Orleans—Andrew Lang
3. History of France—Michelet
   translated by G. H. Smith
4. History of England—David Hume
5. do —Turner
6. National Biographical Dictionary
7. Joan of Arc—Oscar Parker
   in Illustrated magazine, August, 1909
8. Maid of Orleans—Schiller
9. ফৰাছী বীৰাঙ্গনা—শ্ৰীনগেন্দ্ৰকুমাৰ গুহ ৰায়
10. ফ্ৰান্সেৰ দেৱী—শ্ৰীদেৱপ্ৰসন্ন ৰায় চৌধুৰী
11. Joan of Arc—De Quincey
12. Exemplary Women—W. Adams
13. Joan of Arc—G. B. Shaw